মই কিয় হাহিছোঁ আপোনালোক সকলোয়ে জানিবলৈ নিশ্চয় ব্যগ্ৰ হৈছে। যেতিয়া এজন মানুহ মৃত্যুৰ দুৱাৰদলিত তেতিয়া সেই মানুহজনে হাঁহিলে নিশ্চয় ই আপোনালোকৰ বাবে সুস্থ মস্তিষ্কৰ পৰিচায়ক নহয়। কিন্তু ডাক্তৰ চাহেব, আপুনি ব্যস্ত নহব। বৰং আপোনাৰ ডাক্তৰখানালৈ গৈ কুইনান মিক্‌চাৰ আৰু এচ্‌প্ৰিন বড়ি বেচিলে কামত আহিব। মৃত্যুৰ হাতৰ পৰা মোক কোনোমতেই ৰক্ষা কৰিব নোৱাৰে— অকল আপুনিয়ে নহয় জগতৰ কোনো শক্তিয়ে নোৱাৰে। কাৰণ মোৰ শৰীৰত অকল এটিয়ে নহয় দুটি গভীৰ ক্ষত। পিচ পিনে যকৃতৰ ওচৰলৈ কামিহাড়ৰ ওপৰেদি এটি আঘাত গৈছে আৰু আনটো আঘাত পেটৰ ওপৰত। আপুনি নিশ্চয় এতিয়াও পিচৰ আঘাতৰ পৰা তেজ ওলাই থকা দেখিছে।

"আপোনালোকে ব্যগ্ৰ ভাৱে ৰৈ আছে মই হহাঁৰ কাৰণ জানিবলৈ। .........এনে কি আচৰিত খুহুতীয়া কথাই মৃত্যু শয্যাত শায়িত মানুহজনক হহুৱাব পাৰে—মই কম। মই হুঁহাৰ কাৰণ—মই এতিয়া জানিব পাৰিছো—মই কোন.............।

"আপুনি কি কয় ? ইয়াত হাঁহিবলৈ একো নাই। অলপ সময় অপেক্ষা কৰক। মই আপোনাক মোৰ সম্পূৰ্ণ আত্তি গুৰি ভাঙি কোৱাৰ পিচত বুজিব পাৰিব—সচাঁকৈয়ে হাঁহিবলৈ কিবা আছে নে নাই ?

"দুমাহৰ আগেয়ে মই অনেক চেষ্টা কৰিছিলো—মই কোন নিজকে জানিবলৈ। এজন মুছলমান, এজন হিন্দু অথবা এজন শিখ ? এজন ব্ৰাহ্মণ অথবা অস্পৃশ্যৰে এজন ? ধনী অথবা দুখীয়া ? পূব পাঞ্জাব অথবা পশ্চিম পাঞ্জাবৰ ভগনীয়া ? লাহোৰত নে অমৃতসৰতে স্থায়ী ঘৰ ? ৰায়ল-পিণ্ডৰ নে জলন্ধৰৰ ? অকল ময়ে নহয় আৰু বহুতে মোৰ জাতি, মোৰ নাম, মোৰ ধৰ্ম্ম মুঠতে মোৰ পৰিচয় জানিবলৈ ব্যগ্ৰ হৈছিল। কিন্তু কোনোৱে এই ৰহস্যৰ ওৰ পেলাব নোৱাৰিলে। আনকি মই নিজেও হাড়ভঙা খাটনি খাটি নিজৰ পৰিচয় নেপালো; কিন্তু মই—এতিয়া মৰোঁ মৰোঁ অৱস্থাত মোৰ লুপ্ত স্মৃতি শক্তি ঘূৰাই পাইচোঁ।

"ডাক্তৰ, আপুনি ইমান দুখিত ভাৱে কেলেই মোলৈ চাইছে। বিশ্বাস কৰক, আপুনি মোক হহুৱাইছেহে, আৰু আপুনি দুখিত হোৱাৰ পৰা মোৰ একো লাভ নহয়। ধনন্তৰী ওজা আহিলেও মৃত্যুৰ হাতৰ পৰা মোক ৰক্ষা কৰিব নোৱাৰে। আপোনালোকৰ অস্ত্ৰ চিকিৎসা সম্বন্ধে মোৰ সাধাৰণ জ্ঞান আছে। আপুনি হতবুদ্ধি হোৱাৰ কাৰণ মই জানো। মোৰ শৰীৰৰ আঘাত দুটি এনে বেয়া অৱস্থাত

যে আপুনি ধৰিবই পাৰা নাই পোন প্ৰথমে কোন আঘাতটিত আপুনি আপোনাৰ জ্ঞানৰ পৰাকাষ্ঠা দেখুৱাব। মোক যদি আপুনি চিৎকৈ শুৱাই থৈ খাদ্যনালী চিলাই কৰি পেটৰ ওপৰত হোৱা আঘাত চিকিৎসা কৰিব যায় পিঠিৰ পিনৰ আঘাতেৰে শৰীৰৰ আঁটাইবোৰ তেজ বাহিৰ হৈ মোৰ অন্তিম দশা আনিব, আৰু আপুনি যদি পেটৰ ওপৰত হোৱা আঘাত উপেক্ষা কৰি পিঠিৰ পিনৰ আঘাত চিকিৎসা কৰিব যায় তেনেহলে বেজীৰ এটা শিয়নি দিয়াৰ আগতে জীৱন পখিটি উৰি যাব। দেহ পিঞ্জৰৰ পৰা যকৃত-মূত্ৰাশয় আদি সকলো বাহিৰলৈ ওলাই আহিব, গতিকে আপুনি ব্যস্ত আৰু ব্যগ্ৰ নহৈ বৰং মোৰ জীৱনৰ গল্পটো শুনক।.........

"প্ৰায় দুমাহ আগতে বহুদিন প্ৰলাপ বকি অজ্ঞান অৱস্থাৰ পৰা সজ্ঞান অৱস্থালৈ আহিলোঁ। মই নিজকে নতুন দিল্লীৰ চৰকাৰী হস্পাতালৰ স্প্ৰিং দিয়া বিচনা এখনৰ ওপৰত আবিস্কাৰ কৰিলোঁ।

"তোমাৰ—আপোনাৰ নাম ?" ডাক্তৰৰ এয়ে প্ৰথম প্ৰশ্ন আছিল।

মই মোৰ হেৰোৱা স্মৃতি পটত মোৰ নাম বিচাৰিলোঁ—প্ৰাণপণে আৰু অশেষ কষ্ট কৰি। তথাপিও মই কবলৈ বাধ্য হলোঁ—"দুখিত মোৰ মনত নাই।"

"হিন্দু নে মুছলমান ?" ডাক্তৰৰ এই দ্বিতীয় প্ৰশ্ন যন্ত্ৰনাদায়ক যদিও মই আগৰ উত্তৰকে দিবলৈ বাধ্য হলোঁ।

"মই মোৰ অতীতৰ ঘটনাবহুল জীৱনৰ কথা পাহৰি গৈছিলোঁ। পাহৰি গৈছিলোঁ—মোৰ জাতি, মোৰ ঘৰ, মোৰ পৰিয়াল। মই বিবাহিত নে অবিবাহিত সিও মোৰ জ্ঞানৰ বাহিৰত। মাত্ৰ অস্পষ্ট ভাৱে মনত আছিল মই এজন যুৱক। কিন্তু যেতিয়া নিজৰ প্ৰতিবিম্ব চালোঁ তেতিয়া আইনাৰ মুখত ভাহি উঠিল দাড়ি-গোফে ভৰকাৰ, শৰীৰৰ চাল কোঁচ খোৱা আৰু ক্ষীণ মুখ এখনি। এই মুখখন যে জন্মত কেতিয়াবা দেখিছিলোঁ মনত নপৰে।

"নতুন দিল্লীৰ ডাক্তৰ সকলে মোৰ স্মৃতি শক্তি ঘূৰাই আনিবলৈ অশেষ যত্ন কৰিলে; কিন্তু মোৰ নিজৰ চিনাকী বাহিৰ কৰিব তেখেতসকল অকৃতকাৰ্য্য হল। মই নিজেও চেষ্টা কৰিছিলোঁ অশেষ। মোৰ মনত এটি ধাৰণা জন্মিছিল যে নামেই নাই যেতিয়া মৃত ব্যক্তিৰ লগত মোৰ কোনো প্ৰভেদ নাই। নানা অনুসন্ধান কৰি মই ইযাকে জানিব পাৰিলোঁ যে পাঞ্জাৱৰ আহত ভগনীয়া সকলৰ লগতে মোকো আনিছে। মই যেতিয়া সুধিলো যে সেই ভগনীয়াবোৰ হিন্দু নে মুছলমান, নে শিখ আছিল তাৰ উত্তৰত মাথোন ইয়াকেহে শুনিলো যে তিনিওটা জাতিৰে সমন্বয় তাত ঘটিছিল। প্ৰকৃত ঘটনাটোৱে এনেদৰে ৰূপ লৈছিল—লাহোৰ আৰু অমৃতসৰৰ মাজত এখনৰ পিছত এখনকৈ দুখন ভগনীয়া অনা বিশেষ ৰেলগাড়ী আক্ৰমণ কৰি লাইনচ্যুত কৰিছিল। তাৰে এখনত, পশ্চিম পাঞ্জাৱৰ পৰা অমৃতসৰলৈ

হিন্দু ভগণীয়া আহিছিল আৰু অইন খনত পূব পাঞ্জাবৰ পৰা লাহোৰলৈ মুছলমান ভগণীয়া গৈছিল। তেতিয়া ৰাতি প্ৰায় এঘাৰটা। গাড়ীখন দলংৰ ওপৰেদি আগ বাঢ়িছে। হঠাতে ইঞ্জিনৰ তলত বিস্ফোৰণ হ'ল। ফলত কেইটিমান ডাবাৰে সৈতে ইঞ্জিনটো গৈ শুকান নলাটোৰ ওপৰত বাগৰি পৰিল। হত আৰু আহতৰ সংখ্যা নকলেও নিশ্চয় অনুমান কৰিব পাৰিছে। পিচৰ ডাবৰ কেইটাত যি সকল সুস্থ আছিল তেওঁলোকৰ ওপৰত ওচৰৰ জঙ্গলত লুকাই থকা তেজ লোলুপৰ দলে জাউৰি জাউৰি বুলেটেৰে অভ্যাৰ্থনা আৰম্ভ কৰিলে। সামান্য ভাৱে আহত হোৱা সকলে উধাই মুধাই দৌড়ি নিজকে ৰক্ষা কৰিবৰ চেষ্টা কৰিছিল। এঘণ্টা পিচত বিপৰীত দিনৰ পৰা অইন ট্ৰেইনখন আহিব ধৰিছে। আগৰ ঘটনা হোৱা ঠাইৰ পৰা এমাইল আতঁৰত সেইখন ট্ৰেইনৰো সেই একে দশাই হ'ল গৈ। এই ট্ৰেইন খনৰ যাত্ৰীসকলেও ওচৰৰ জঙ্গলত লুকাই নিজকে ৰক্ষা কৰিবৰ চেষ্টা কৰিছিল, বহুতে হাল হৈ থোৱা পথাৰত উজুটি খাই বাগৰি হতাশ আৰু ক্লান্ত হৈ পৰিছিল।

"পিছদিনা ৰাতিপুৱা পাকিস্থান—ভাৰতবৰ্ষৰ সীমানা-ৰখীয়া পহৰীয়াদলে আহি দেখে যে নতুনকৈ নিৰ্দ্ধাৰিত কৰা সীমাৰ দুয়োকাষে দুখন ট্ৰেইনৰ যাত্ৰী পৰি আছে। দুয়োখন ট্ৰেইনৰ যাত্ৰী এনেদৰে পৰি আছিল যে কোনজন হিন্দু, কোনজন শিখ, কোনজন মুছলমান নিৰ্দ্ধাৰণ কৰাৰ কোনো

উপায়েই নাই। মইও সেইসকলৰে ভিতৰৰে এজন আছিলো। মোক অজ্ঞান অৱস্থাতে এখন ষ্ট্রেচাৰত তুলি আনিলে। মোৰ চালোৱাৰ আৰু কামিজটো তেজত তিতি ৰঙা হৈ পৰিছিল আৰু মই এনেদৰে পৰি আছিলো যে মোৰ ভাৰখন আছিল পাকিস্থানত আৰু দেহৰ অৱশিষ্ট অংশ আছিল ভাৰতত। নতুনকৈ হোৱা সীমা ৰেখা তেজেৰে ৰঙা হৈ উঠিছিল। হিন্দু মুছলমান-শিখৰ ৰঙা তেজে পৱিত্রীক ৰিতত্ত কৰি তুলি অখণ্ডনীয় আৰু অভেদ্য ভাৱে একে ঠাইতে মিলি গৈছিল! ....

"হে সন্মানিত আৰু বৃদ্ধ মৌলানা চাহেব, আপুনি মোৰ পিনে একেথৰে চাই থকাৰ পৰা কোনো লাভ নাই। আপোনাৰ মগজুত চিন্তাৰ কি ভাৱবোৰে খেলিমেলি খেলিব ধৰিছে মোৰ অজ্ঞাত নহয়; কিন্তু মনত ৰাখিব মই এতিয়া মৰো মৰো অৱস্থাত আৰু মৃত্যুৰ আগে আগে জগতৰ সকলোৰে সম্বন্ধে সম্যক জ্ঞান লৈয়ে মৰিব ওলাইছো। আপুনি নিশ্চয় ভাবিছে মই মুছলমান বুলি চিনাকী দিম। তেতিয়া হলে আপোনাৰ সুবিধা হয় আৰু মোৰ জীৱন বস্তি মুমোৱাৰ আগতে আপুনি কবৰ দিয়াৰ ব্যৱস্থা শেষ কৰিব পাৰে। আপোনাৰ 'আঞ্জুমানে খুদ্দাম—আল মুছলিমিন'ৰ কৰ্ত্তব্য শেষ হয়। আৰু আপুনি মহাৰাজজী, আপোনাৰ কেশহীন মস্তিস্কত লৰি থকা টিকনী ডালৰ আঁৰত কি চিন্তা চলিছে সিও মোৰ অবিদিত নহয়। আপুনি ব্যগ্র

ভাবে বৈ আছে। যাতে মই কওঁ এজন হিন্দু বুলি। তেতিয়া হলে আপোনাৰ 'ধৰ্ম্ম সেৱা সঙ্ঘ'ৰ হৈ মোৰ অন্ত্যেষ্টিক্ৰিয়া সমাধান কৰিব পাৰে। মই শুনিব পাইছো—বোম্বেৰ পাৰ্শী সকলে মৃত ব্যক্তিৰ দেহ 'নিস্তব্ধতাৰ স্তম্ভ'ত ৰাখি থয় যাতে সি কাউৰী শগুনৰ দ্বাৰা খণ্ড বিখণ্ডিত হৈ পৰে। সেই কুৎসিত পখীবোৰে তাত এটা মৰাশৰ বাবে অপেক্ষা কৰি ভাঁৱৰি ফুৰিছে। কিন্তু ই মোৰ সপোনৰো অগোচৰ যে মানবদেহ বিশিষ্ট শগুণবোৰে জীয়িত অৱস্থাতে চিকাৰ ধৰিবলৈ ব্যাকুল।

"যাই হওক, মোৰ নিজৰ গল্পটো কওঁ, কিয়নো কথা কবলৈ মোৰ বেচি সময় আৰু শক্তি নাই। মোৰ সেই আঘাত খুব সাজ্ঘাতিক নাছিল আৰু কেই সপ্তাহ মানৰ ভিতৰতে মই আৰোগ্য হৈ উঠিলোঁ। কিন্তু ডাক্তৰ সকলে অভিমত দিলে যে মোৰ মগজুৰ অভ্যন্তৰত কিবা এটি সূক্ষ্ম আঘাত হৈছে আৰু তাৰ ফলতে মই পূৰ্ব্ব স্মৃতি পাহৰি গৈছোঁ। ফলত মই নাম-গোত্ৰ-পৰিচয়হীন। ভাৰতবৰ্ষ আৰু পাকিস্থান দুয়ো দেশৰে দৈনিক, সপ্তাহিক আদিত মোৰ ছবি পাকাশ হৈছিল কিন্তু কোনো আত্মীয় স্বজনে অথবা বন্ধু বান্ধৱে মোৰ খবৰ কৰি নিব নাছিল। খুব সম্ভৱ মোৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোৰে মৃত্যু হৈছিল অথবা মই অকলেই আছিলোঁ। ইতিমধ্যে নতুন ভগণীয়া দল এটি অহাত তাতৰে আহি কলে যে ভেওঁলোকে মোক আৰু

হস্পিতালত ৰাখিব নোৱাৰে। লাখ লাখ মানুহৰ য'ত বাসস্থান সেই চহৰত মোৰ নিচিনা এজন সামান্য লোকৰ আশ্রয় নিমিলিব নে ? এই আশা লৈয়ে মই হস্পিতালৰ পৰা বাহিৰলৈ আহিলোঁ।

"চহৰৰ ইটো ৰাস্তা সিটো ৰাস্তা ঘূৰি ঘূৰি আহি শেষত জুম্মা মসজিদৰ ওচৰ পালোঁ। মসজিদ ময়দানৰ বিপৰীত পিনেই মুছলমান ভগণীয়াৰ আশ্রয়স্থল। সেই ভগণীয়া কেম্পৰ প্রধান কর্ম্মচাৰীৰ ওচৰত 'মই এজন দুর্দ্দশাগ্রস্ত। মোকো অনুগ্রহ কৰি আশ্রয় দিয়ক।' অনুৰোধ কৰাত তেখেতে হিন্দু নে মুছলমান বুলি মোৰ পৰিচয় সুধিলে। সঁচা ঘটনা লুকাই মিছা কৰলৈ প্রবৃত্তি নোহোৱা বাবেই উত্তৰ দিলোঁ, "মনত নাই।" কর্ম্মচাৰী জনে মোক বৰ অভদ্র ভাবে বিদায় দি কলে, 'এই কেম্পটো অকল মুছলমানৰ বাবেহে।'

নানা অলি গলি ঘূৰি আহি নতুন দিল্লীত উপস্থিত হলোঁ। তাতো এটি বৃহত ভগণীয়া আশ্রয় কেন্দ্র পালোঁ। তাৰ এজন স্বেচ্চাসেৱকৰ ওচৰলৈ গৈ আগৰ দৰে আশ্রয় খুজিলোঁ। তিনিদিন একে লেঠাৰিয়ে নোখোৱাৰ ফলত মোৰ স্বৰ ক্ষীণ হৈ আহিছিল, কথা ভালকৈ ফুটি নোলাইছিল।

'হিন্দু নে মুছলমান ?'

'মনত নাই।'

'নাম ?'

'সিও মনত নাই। মোৰ মনত একোৱে নাই'

'অইন ঠাইতং আশ্ৰয় লোৱাগৈ। এইটো হিন্দুৰ হে কেম্প।' এইদৰে মই ক্যাম্পে ক্যাম্পে ঘূৰি ফুৰিছিলোঁ। হিন্দু ভগণীযাৰ বাবে আশ্ৰয় কেন্দ্ৰ আছে, মুছলমান ভগণীয়াৰ বাবেও আছে কিন্তু মকল মানুহৰ বাবে কোনো আশ্ৰয়স্থলেই নাই।

"ক্লান্ত আৰু আতুৰ হৈ মই অৱশেষত এগৰাকী শিখ চৰ্দ্দাৰ চাহেবৰ বংলাৰ সম্মুখত অজ্ঞান হৈ পৰিলোঁ। তেখেত চেক্ৰেটেৰীয়েটৰ এজন সাধাৰণ কৰ্ম্মচাৰী। মোৰ দুৰ্দ্দশা দেখি তেখেতে মোক তেখেতৰ ঘৰলৈ লৈ গ'ল আৰু একাপ গাখীৰ খুৱাই দিলে। মই সজ্ঞান হোৱাতো তেখেতে হিন্দু নে মুছলমান পৰিচয় জানিবলৈ ব্যগ্ৰ নহৈছিল বৰং "অলপ ভাল পাইছানে ভাই ?" বুলি মৰমেৰে হে সুধিছিল।

"মই তাত কেবাদিনো আছিলোঁ। চৰ্দ্দাৰ চাহেৱে, তেখেতৰ পত্নী আৰু তেখেতসকলৰ লৰা-ছোৱালী মোৰ প্ৰতি বৰ সহানুভূতিশীল আছিল। মই সৰল ভাৱেই তেখেত-সকলৰ আগত মোৰ দুৰ্দ্দশা, মই কোন নাজানো বুলি কোৱা স্বত্বেও তেখেতসকলৰ মৰমৰ পৰা মই বঞ্চিত নহৈছিলো। কেবাদিনো পিচত ৰাৱালপিণ্ডিৰ পৰা তেখেত সকলৰ কোনোবা কানি আত্নীয় স্বজন নিৰপত্তাৰ বাবে দিল্লী লৈ আহিল। মুছলমান দুৰ্বৃত্তৰ হাতত তেওঁলোকৰ ভিতৰাত বহুতে অশেষ যন্ত্ৰনা আৰু লাঞ্ছনা ভুগিছে।' তেওঁলোকৰ

ভিতৰত কিছুমানক জোৰ কৰি মুছলমান ধৰ্ম্মত দীক্ষিত আৰু আনকি তিৰোতাৰ ইজ্জত নষ্ট কৰিছিল।° তেওঁলোকৰ চকুৰ আগতে তেওঁলোকৰ আত্মীয়-স্বজন আৰু ওচৰচুবুৰীয়াক হত্যা কৰা হৈছিল। তাৰ ফলত স্বাভাৱিকতে তেওঁলোকৰ অন্তৰত ঘৃণা আৰু বিদ্বেষৰ ভাৱ জাগি উঠিছিল, আন কি তেওঁলোকৰ মুখত গল্পবোৰ শুনি মইও মুছলমানক ঘৃণা কৰিব আৰম্ভ কৰিলোঁ।

চৰ্দ্দাৰ চাহাবে তেওঁলোকৰ ওচৰত মোৰ ইতিহাস কৈছিল। তেওঁলোকৰ ভিতৰত বয়সীয়ালসকলে মোৰ প্ৰতি সহানুভূতি দেখুৱাইছিল আৰু মোৰ স্মৃতি উদ্ধাৰ কৰাত আগ্ৰহান্বিত হৈ সহায় কৰিছিল। কিন্তু ডেকা তৰফৰ পৰা এটি বিশ্ৰদ্ধাৰ ভাৱহে মই আহৰণ কৰিছিলোঁ। এদিনাখন ৰাতি তেওঁলোকৰ ভিতৰতে হোৱা কথোপকথন মই শুনিছিলো। তেওঁলোকে মোৰ প্ৰতি লক্ষ্য কৰি কৈছিল, 'যদি সি মিছলীয়া হয়। অথবা যদি সচাকৈয়ে সি স্মৃতি শক্তি হেৰুৱাইছে; কিন্তু হয়তো শেষত মুছলমান বুলিয়ে প্ৰমাণ হয়। এটি ভয়াবহ ভাৱ তাৰ অন্তৰত বাস কৰা বুলি মই তাৰ চকুৰ পৰা জানিবও পাৰিছো।'

"এই চিন্তাই মোৰো শান্তিত ব্যাঘাত কৰিলে। যদি মই সচাকৈয়ে মুছলমানেই হওঁ! কোনে জানে আহত হোৱাৰ আগতে মই এনে কিছুমান কামেই কৰা নাছিলো। বোধহয় মোৰ দুষ্কাৰ্য্যৰ বাবেই মই ভগৱানৰ পৰা উচিত বিচাৰ

পাইছো । সেই চিন্তাত মই জুৰুলা হৈ সেই ব্যক্তিয়ে চৰ্দাৰ চাহেবৰ ঘৰৰ' পৰা ওলালো ।

"আকৌ উন্মুক্ত ৰাস্তাত—লঘোণ আৰু অনাহাৰে দিন যাপন কৰিব আৰম্ভ কৰিব লগাত পৰিলো ।

"যলৈ যাওঁ তাতেই কেৱল সুধে—

'তুমি কোন ?'

'এইটো মুছলমানৰ ক্যাম্প ।'

"তোমাৰ নাম কি, ধৰ্ম্ম কি ?"

'আহিছা ক'ৰ পৰা ?'

এনেকৈ জাউৰি জাউৰি প্ৰশ্নৰ উত্তৰ দিবৰ মোৰ শক্তি নাছিল কাৰণ মোৰ অতীতৰ ইতিহাস মোৰ বাবে অতীতেই আছিল । তাক মনত পেলোৱা উপায় নাই ।

"কোনো ঠাইতে আশ্ৰয় নেপায় মই অৱশ হৈ পৰিলো । খোজ কাঢ়িবলৈও মোৰ শক্তি নাইকিয়া হল । জামে মসজিদৰ খট্‌খটিত মই শুই পৰিলো আৰু মৃত্যুৰ হাতত নিজক সপি দিয়াৰ বাহিৰে অইন একো উপায় কৰিবৰ নাথাকিল । অজ্ঞান হৈ মই তাতেই পৰি থাকিলো— কিমান সময় নাজানো । চকু মেলি চাই দেখোঁ মোৰ ওচৰতে এটি ধুনীয়া ৮ বছৰীয়া ল'ৰা ঠিয় হৈ আছে । মই চকু মেলি চোৱা দেখি তেওঁ মোক 'উঠা উঠা' বুলি চিঞৰিছিল । মোৰ সম্মুখত খোৱা বস্তুৰ টোপোলা এটা মেলি ধৰি মোক বাৰে বাৰে অনুৰোধ কৰিছে "উঠা আৰু

মাই তোমালৈ দি পঠোৱা বস্তুখিনি পহিলে খাই পেলোৱাচোন। খোৱা বস্তুৰ নাম শুনিয়েই মই উঠি বহিবৰ চেষ্টা কৰিও নোৱাৰিলো। লৰাজনে মোক সহায় কৰিলে আৰু মই উঠি বহি সি আনা 'চপট্টি' আৰু ডালি খাবলৈ আৰম্ভ কৰিলো। মোৰ বাবে সেই আড়ম্বৰহীন আহাৰ সাজ কিমান মনোমোহা আছিল! লোভীৰ দৰে আহাৰ গিলি খাই শেষ কৰিলো। পিতলৰ থালখন পৰিস্কাৰ কৰি উঠি মই সেই অকণমানি ল'ৰাটিক মাথো ক'ব পাৰিলো—'মোৰ চুলিৰ সমান তোমাৰ পৰমায়ু হওক, সোণ'—তাৰ মূৰটো পিহি দিবলৈ তাৰ গা চুওঁতেই সি কলে, 'আঃ আপুনি যে জ্বৰত দেই পুৰি যাব ধৰিছে। মোৰ লগত পিতাৰ ওচৰলৈ ব'লক। তেওঁখেত নিজেই এজন সুবিজ্ঞ হেকিম। আপোনাক এনে ঔষধ দিব যে আপুনি দুদিন নাযাওঁতেই আৰোগ্য হৈ উঠিব।'

"সেই সৰু বন্ধুজনে মোক সিহঁতৰ ঘৰলৈ লৈ আহিল। হেকিম চাহেব এগৰাকী ধাৰ্মিক আৰু বৃদ্ধ মুছলমান। দিনটোত পাচবাৰ নামাজ পঢ়ে। গৰীৱৰ দুখত ভাগি পৰে। বিনা পয়ছাই দুখীয়াক চিকিৎসা কৰে, ঔষধ দিয়ে। হিন্দু মুছলমান কোনো প্ৰশ্নই তেখেতে কেতিয়াও উত্থাপন নকৰে। মোক ইউনানি ঔষধ দিয়াৰ উপৰিও দিনটোত তিনিবাৰকৈ গাখীৰ খাব আৰু শুবৰ বাবে এখন বিছনা দিছিল। হেকিম

চাহেবৰ ঔষধত মোৰ জ্বৰ শাম কাটিলে যদিও তেখেতৰ নিচিনা বিজ্ঞ চিকিৎসকগৰাকীয়েও মোৰ হেৰোৱা স্মৃতি ঘূৰাই আনিব নোৱাৰিলে। এদিন মই তেখেতক কলো যে—'হয়তো মই এজন হিন্দুহে। তেতিয়া হলে মই সোনকালেই অইন ঠাইত আশ্রয় বিচাৰি যাব লাগিব।' কিন্তু সেই বয়সীয়াল জ্ঞানী মানুহগৰাকী মোক মাথো কলে, 'তুমি হিন্দুই হলা বা, মোৰ ক্ষতি কি ? হিন্দুবিলাক জানো খোদাৰ সৃষ্টি নহয় ?' মই একো উত্তৰ নকৰি তেখেতৰ লগত আগৰ নিচিনাকৈ থাকিব ধৰিলো।

"কিন্তু এনে এটি জটিল ঘটনা ঘটিল যাৰ ফলত মই তাত থকা অসম্ভৱ হৈ পৰিল। এদিনাখন অইনদিনাৰ দৰে হেকিম চাহাবৰ সেই সবল আৰু ধুনীয়া ল'ৰাজনে কোনোবা দুৰ্দশাগ্ৰস্তলৈ আহাৰ লৈ গৈছিল কিন্তু সি আৰু ঘূৰি নাহিল। তাৰ ওভোতনিত পলম হোৱা দেখি হেকিম চাহেব আৰু মই তাক বিচাৰি গলো। কিন্তু কোনো শুংসূত্ৰই উলিয়াব নোৱাৰিলো। দোভাগ ৰাতি আমি শু'ন স্তম্ভিত হৈ গলো যে ফুলৰ নিচিনা সুন্দৰ আৰু সবল ল'ৰাটিক জামে-মসজিদৰ পৰা ওভোটা বাটত দৰগাহৰ ওচৰত কোনোবা হিন্দুয়ে হত্যা কৰিছে। তিৰোতাসকলৰ মাজত কান্দোনৰ ৰোল উঠিল, বয়সীয়াল হেকিমৰ দয়াশীলা স্ত্ৰী মূৰ্চ্ছা গ'ল। মই নিজকে দোষী বুলি ভাবিব ধৰিলো। সেই সুন্দৰ ল'ৰাটোৰ আত্মাই দিনে ৰাতিয়ে মোৰ কানত ফুচ্ ফুচাই কয়

'মই হলে তোমাক মৰিবলগীয়া অৱস্থাত আহাৰ জোগাইছিলো অথচ তুমিয়ে মোক মাৰিলা ।' মই অৱশ্যে জানো যে ল'ৰাজনক মই মাৰা নাই । কিন্তু মই যদি হিন্দু হওঁ মোৰ স্মৃতি শক্তি লোপ পোৱাৰ আগেয়ে হেকিম চাহেবৰ লবাৰ দৰে কিমান মুছলমান লৰা ছোৱালীক মাৰিছোঁ ! এই চিন্তা মোৰ মগজুৰ পৰা নাতঁৰিল গতিকে পিচদিনা দোকমোকালিতে সকলোৰে অগোচৰত মই তাৰ পৰা গুছি আহিলো ।

"দিল্লীত তেতিয়া সাজ্ঘাটিক অৱস্থা আছিল । ভৰ দুপৰীয়াতে মানুহক হত্যা কৰা হৈছিল । প্ৰধান ৰাস্তা সমূহতে অজ্ঞানিতে আৰু আচম্বিতে বন্দুকৰ গুলি জাউৰি জাউৰি পৰিছিল । লক্ষ্যহীন ভাবে ঘুৰি ঘুৰি আহি কিবা কৰি মই ৰেল ষ্টেচন পালোঁ । বোম্বে নগৰ অপেক্ষাকৃত শান্ত আৰু নিৰাপদ বুলি শুনি আৰু ৰেল ষ্টেচনতে ফ্ৰন্টিয়াৰ মেল ঠিয় হৈ থকা দেখি মই ৰেলত উঠি বহিলোঁ । ৰেলৰ জনাৰণ্য ডাব্বাত মোৰ ওচৰতে বিমৰ্ষ পঞ্জাবী ডেকা এজন বহিছিল ।

'গাড়ী খন কেতিয়া এৰিব জানে নে ?···আপুনি কোন নো ?'

'মই নিজেই নাজানোঁ—হিন্দুও হব পাৰোঁ মুছলমানো হব পাৰোঁ ।"

"কিন্তু এই ৰাস্তা বোলে মুছলমানৰ বাবে নিৰাপদ নহয় । তাতে তোমাৰ দীঘল দাড়ি থকা বাবেহে সুধিলোঁ ।"

"তেওঁক মোৰ শোচনীয় ঘটনা ভাঙি- পাতি কলো যদিও, মোৰ দীঘল দাড়িৰ ওপৰত তেওঁ গোটেই ৰাস্তাতে সন্দেহজনক ভাবে লক্ষ্য কৰি আহিছে। মোক তেওঁ হয়তো বিশ্বাস কৰা নাই। আমি নানা ৰকম কথা বতৰা কৈ গলো। লাহোৰত তেওঁৰ দোকান আৰু ঘৰ মুছলমানে লুট কৰা, কেবাজনো আত্মীয় স্বজনৰ মৃত্যু হোৱা আৰু কেবাজনৰো কোনো শুংসূত্ৰই নপোৱা বুলি তেওঁৰ পৰা জানিব পাৰিলো। বোম্বেত তেওঁ নিজৰ ভাগ্য পৰীক্ষা কৰিবলৈ যাব ওলাইছে।

"ভৰতপুৰত আহি গাড়ী থামিল। মুছলমান বুলি সন্দেহ কৰা ব্যক্তি মাত্ৰকেই গাড়ীৰ পৰা টানি আনি নিৰ্দয় ভাৱে গুলী কৰি মাৰিছে। মোৰ হ'লে এতিয়াও ঘটনাৰ কথা ভাবিলে হাঁহি উঠে। মানুহক হত্যা কৰা দৃশ্যটো হাঁহিৰ দৃশ্য নহয় সচাঁ কিন্তু সেই ৰক্ত-পিপাসু দস্যুদলে গুলী কৰাৰ লগে লগে "মহাত্মা গান্ধী কি জয়" শ্লোগান দিছিল। খুকুৰীৰে মুছলমানসকলক ছাগল-পাৰৰ দাৰে বলি দিছিল আৰু চিঞৰিছিল 'মহাত্মা গান্ধী কি জয়'। এই অৱস্থাত নহঁহাকৈ—মৃত্যু নিশ্চিত জানিও—থাকিব পাৰিনে ?

"যি হওক, সেই দস্যু দল আমাৰ ডাব্বালৈ অহাত মই নিজকে প্ৰস্তুত কৰিছিলো—মৃত্যুৰ বাবে। মই হিন্দু নে মুছলমান নাজানো কিন্তু মোৰ দাড়ি আছে আৰু সেয়ে

যথেষ্ট। কিন্তু মই কিবা কোৱাৰ আগতে সেই সেই ডেকা সহযাত্ৰী জনে তেওঁৰ আলোৱানখনেৰে মোক ঢাকি দিলে আৰু সেই নৰ-পিশাচইঁতক কলে, 'অনুগ্ৰহ কৰি এওঁক দিগদাৰ নকৰিব। এওঁ মোৰ ভাই আৰু লাহোৰত এনেদৰে আঘাত পাইছে যে কোনো কথাৰে উত্তৰ দিবৰ শক্তি নাই'। সহযাত্ৰীৰ কথাত সিহঁত উভতি গল। বন্দুকৰ গুলীৰ আৱাজ শেষ হ'ল। মুছলমান বুলি সন্দেহজনক ব্যক্তিৰ অন্ত পৰিল আৰু ৰেলৰো যাত্ৰা আৰম্ভ হ'ল।

''অৱশেষত আমি বোম্বে পালো। কিন্তু আপোনালোকৰ এই পবিত্ৰ নগৰতো সেই একে প্ৰশ্নৰে সন্মুখীন হব লগাত পৰিলো।

"তুমি হিন্দু ?"

"তুমি মুছলমান ?"

"মোৰ মনতো সেই একে ধাৰণাই সোমাল। হিন্দু নো কোনজন ? মুছলমান নো কোনজন ? ৰেলত যিজন ডেকাই মোক মুছলমান বুলি জানিও ৰক্ষা কৰিলে তেওঁৱেই হিন্দু নে হেকিম চাহেবৰ পুত্ৰক দৰগাহৰ ওচৰত যি বৰ্বৰে হত্যা কৰিলে তেওঁৱেই হিন্দু। হেকিম চাহেব আৰু তেওঁলোকৰ পৰিয়ালেই মুছলমান নে ৰাৱালপিণ্ডিত শিখসকলক হত্যাকাৰী, লুণ্ঠনকাৰী আৰু নাৰীৰ ইজ্জতহানিকাৰীসকলেই মুছলমান। চৰ্দাৰ চাহাবেই শিখ নে দিল্লীত আতঙ্ক-সৃষ্টিকাৰী সকলেই শিখ ?

"হিন্দু কোন ? শিখ কোন ? মুছলমান কোন ?" এই হৃদয়বিদাৰক প্ৰশ্ন মোৰ বিবেকত লোৰ শলাৰে দাগ দিয়াৰ নিচিনাকৈ ৰৈ গল। কোন তুমি ? তুমি কোন ? হিন্দু, মুছলমান নে শিখ। মই কোন ? হিন্দু নে মুছলমান।

"দিনে ৰাতি এই একেটা চিন্তাই মোক জুৰুলা কৰি তুলিলে। শুবলৈ যেতিয়া যোজা কৰো তেতিয়া বিশাল বিশাল দৈত্য বিলাকে হাতত তীক্ষ্ণ আৰু গৰম বৰ্শা লৈ বিচাৰি আহে এই প্ৰশ্নৰ উত্তৰ, 'তুমি কোন ? হিন্দু নে মুছলমান ?' সপোনত মই চিঞৰি উঠো, ভয়তে কাকুতি জনাওঁ। মোক অকলে থাকিব দিয়া। মই কোন নেজানো। মই হিন্দুও নহও, মুছলমানো নহওঁ, শিখো নহওঁ। মই কোনো নহওঁ। মই এজন সাধাৰণ মানুহ মাথো।'

'বোম্বেতো ভগনীয়াৰ বাবে বহুত আশ্ৰয়স্থল আছে। যদি আপুনি শিখ তেনে খালাচা কলেজলৈ পোনে পোনে যাওক। যদি হিন্দু হয় তেনে ৰামকৃষ্ণ আশ্ৰমত আশ্ৰয় লওকগৈ আৰু যদিহে মুছলমান তেনেহলে আঞ্জুমানে ইচলাম হাইস্কুলত সোমাই পৰক। কিন্তু মই কলৈ যাম—মই নিজেই নাজানো। মই কোন ? মই কোনো জাতিভুক্তই নহয়।

"মোৰ বাবে আনকি কোনো ৰকম দয়াও নাই। ভিক্ষা দিয়াৰ আগতেও সকলোৱে জানিব খোজে—মই কোন সম্প্ৰদায়ভুক্ত। কিন্তু মোৰ যে কোনো জাত নাই।

"তেনেহলে মই অনাহাৰে শুকাই মৰিম নেকি ? কেতিয়াও নহয়! কিবা নহয় কিবা উপায়েৰে মই নো কোন উলিয়ামেই । তাৰ বাহিৰে বাচিবৰ কোনো উপায়ে নাই।

"ডাক্তৰ চামানিৰ ওচৰলৈ যাবলৈ মোক বন্ধুতে উপদেশ দিলে । অকল তেখেতেহে বোলে মোৰ স্মৃতি শক্তি ঘূৰাই আনিব পাৰিব।

"আপোনালোকে নিশ্চয় ডাক্তৰ চামানিৰ নাম শুনিছে । তেখেত এজন মনোবৈজ্ঞানিক । ৰুগীক তেখেতে কোনোৰকম অস্ত্ৰ চিকিৎসা নকৰে। ৰুগীৰ লগত কথা কৈ আৰু ৰুগীক কথা কব দিয়াই তেখেতৰ চিকিৎসাৰ মূল পদ্ধতি। সেই কাৰণে মই তেখেতৰ ওচৰ চাপিলোঁ।

"গোটেই কোঠালীটোত এটা অদ্ভুত পোহৰৰ বিস্ফুৰণ হৈছিল । কোঠালীৰ বেৰ বোৰৰ ৰং বগা আছিল । ডাক্তৰৰ পোচাক আৰু নাৰ্চৰ এপ্ৰন আদিও বগা আছিল, সকলো বিলাকতে এটা অস্বস্তিকৰ আৱহাৱা আছিল কিন্তু ডাক্তৰৰ মাতটো হ'লে খুব মৰ্মস্পৰ্শী । ডাক্তৰে অতি লাহে লাহে কোমল সুৰেৰে কৈছিল, 'আপুনি আপোনাৰ মনৰ লাগাম এৰি দিয়ক । মনক সংযত কৰি ৰাখিবৰ চেষ্টা নকৰি আপোনাৰ মনত যি খেলাই—হওক লাগবান্ধ নহোৱা—কৈ যাওক ।' তেখেতে নিজে এখন কাগজ আৰু পেঞ্চিল লৈ মই নো কি কওঁ তালৈ ৰৈ আছে। মই চকু মুদি মোৰ মনটো উৰি ফুৰিব দিলোঁ ।

"নীলা আকাশ।' মই আৰম্ভ কৰিলোঁ। 'নীলা আকাশ, সেউজীয়া ঘাঁহনি পথাৰ দিগন্তত বিলীন হৈ গৈছে।'

'ঠিক আছে, ঠিক আছে।' ডাক্তৰে মিঠা মাতেৰে মোক উৎসাহ দিছিল। কাগজৰ ওপৰত পেঞ্চিলৰ ঘহনি মই শুনিছিলোঁ। 'নৰব কৈ যাওক।'

"মই মোৰ মনত যিমান বিলাক ভাব আছে এক্কালৰ পৰা কৈ যাব ধৰিলোঁ। 'নীলা আকাশ। সেউজীয়া শস্য পথাৰ। তাৰে ওচৰেৰে বাৰিষাৰ পৰিপূৰ্ণ নৈ বৈ গৈছে। নাৱঁবিলাক নদীত বন্ধা আছে। নদীৰ পৰা এটা খাল গৈছে। সেই খালত সৰু সৰু ল'ৰাবিলাকে পানী চিটিওৱা চিটি কৰি গা ধুব ধৰিছে। সেই ল'ৰাবিলাকৰ ভিতৰত মই ও এজন। ......'

'ল'ৰাবোৰ কোন?' বহুদূৰৰ পৰা যেন ডাক্তৰৰ মাত ভাঁহি আহিছে। হিন্দু মুছলমান নে শিখ?'

'সৰু লৰা মাথোন।' মই নিজেই কোৱা শুনিলো। 'ঠিক কথা, কৈ যাওক।'

'খেতি কৰা পথাৰ এখন। সোনালী শস্যৰ দমবোৰ আকাশলৈ উটাই আছে। বৈশাখী উৎসৱ আৰম্ভ হৈছে। ঢোলৰ মাত আৰু গানৰ সুৰ শুনক।'

"কোনে গান গাইছে?

'তিৰোতাই।'

" 'হয়, হয়, কিন্তু হিন্দু, মুছলমান নে শিখ ?'

"পাঞ্জাবী তিৰোতা—হিন্দু—মুছলমান—শিখ সকলো।'

"ডাক্তৰৰ হতাশব্যঞ্জক হুমুনিয়াহ শুনিবলৈ পালোঁ। তথাপি তেখেতে উৎসাহ দি কৈছে, 'কৈ যাওক।" কিন্তু মই এতিয়া একো শুনিবলৈ বা দেখিবলৈ পোৱা নাই।'

'কিয় ? কি ব্যাপাৰ !' ডাক্তৰৰ কথাত বিস্ময়ৰ সুৰ ফুটি উঠিছে।

'মোৰ বৰ মূৰ ঘিৰাইছে। সকলোপিনে অন্ধকাৰ দেখিছোঁ। এটা অদ্ভুত কোলাহলৰ সৃষ্টি হৈছে।'.........

'চেষ্টা কৰক, চেষ্টা কৰক, এতিয়া কিবা দেখিছে নে ?'

"হয় দেখিছোঁ। আকাশ ধোঁৱাৰে পৰিপূৰ্ণ। গাওঁবোৰ অগ্নিৰ কৰাল গ্ৰাসত পৰিছে। কোলাহল ক্ৰমাত স্পষ্ট হৈ আহিছে। তিৰোতাৰ আৰ্ত্তনাদ.........,

"হয় সেইবিলাকেই গন্দগোল-সৃষ্টিকাৰী। সেই মানুহ-বোৰেই আপোনাৰ পৰিয়ালৰ সকলোকে হত্যা কৰিছে, আপোনাৰ ঘৰত জুই লগাই দিছে, আপোনাৰ মস্তিস্কৰ বিশৃঙ্খলতা আনিছে। খুব সাবধানে শুনক সিহঁতে কি কৈছে।'

"মই একো ধৰিব নোৱাৰোঁ। ইমান কোলাহল কেৱল শুনা গৈছে—মাৰ, মাৰ। ৰক্ষা কৰা, ৰক্ষা কৰা।

" 'শুনক, আৰু সাৱধানে শুনক। যি শুনে যি দেখে তাকে মনত ৰাখিবৰ চেষ্টা কৰক। যিবোৰ মানুহে আপোনাৰ ঘৰত জুই লগাই দিছে, আপোনাৰ আত্মীয়

স্বজনক হত্যা কৰিছে সেইসকলৰ ওপৰত আপুনি প্ৰতিশোধ লব লাগিব।’

“মোৰ মনত যেন কিবা বিপদৰ সঙ্কেত সূচক ধ্বনি হে বাজি উঠিল! অলপ পিচতে ডাক্তৰ চাহাবে মোৰ পৰিচয় মোৰ নজনা ইতিহাস উদঘাটন কৰি উলিয়াব।.........

“মই এজন মুছলমান। চৰ্দাৰ চাহেবৰ আত্মীয় কুটুম্বক ময়েই মাৰিছোঁ। পাঞ্জাবী ডেকাজনৰ—মোৰ জীৱন যোনে দিছিল—দোকান পাট ময়েই লুট কৰিছোঁ। হাজাৰ হাজাৰ হিন্দু-শিখক মই বধ কৰিছোঁ।

“মই এজন হিন্দু। ময়েই হেকিম চাহাবৰ ল’ৰাক আৰু অসংখ্য মুছলমান লৰা ভিৰোভাক হত্যা কৰিছো।’

“নালাগে, মোক পৰিচয় নালাগে। মই হিন্দু, মুছলমান, শিখ একোৱে হব নোখোজো। মই এজন সাধাৰণ মানুহ হিচাবেই থাকিম।’ মই চকু মেলিলো। ডাক্তৰৰ কাম্ৰাৰ পৰা মই পলালো—দৌৰি পলালো আৰু ওৰে বাট বিৰ্‌বিৰ্‌কৈ বকি ফুৰিব ধৰিলো—

“মই এজন হিন্দু।’
‘মই এজন মুছলমান।’
‘মই হিন্দু, মই মুছলমান।’
‘মই মুছলমান, মই হিন্দু।’
‘মই কোন? মই কি?’
‘একো নাই, মোৰ পৰিচয় নাই।’

মই হিন্দু, মই মুছলমান ।’

“মই যেন প্লেগ বেমাৰৰ ভয়তহে দৌৰি পলাইছো ; কিন্তু ওপৰৰ কথাখিনি মোৰ মগজুত খেলাই আছিল ।

“মই নাজানো কোন অঞ্চলেৰে মই গৈছো । কিন্তু এখন কৰ্কশ আৰু আৰু সবল হাতৰ স্পৰ্শত ৰবলৈ বাধ্য হলো ।

‘বেইমান, কলৈ যা ? তই কোন ?’

“সি এটা মুছলমান গুণ্ডা আছিল । তাৰ চকুত ভাহি উঠিছিল ৰক্ত লোলুপতা । তাৰ হাতৰ ধাৰাল চুৰিখন তিৰ্‌বিৰাই আছিল । কিন্তু মোৰ মনত সেই চিন্তাবোৰে স্থান নাপাইছিল । তেতিয়াও মই বিৰবিৰাই আছিলো, ‘মই এজন হিন্দু, মই মুচ·········

“মোৰ কথা সম্পুৰ্ণ হোৱাৰ আগতে তাৰ হাতৰ চুৰি মোৰ পিঠি স্পৰ্শ কৰিলে আৰু তাৰ ফলতেই পিচপিনৰ আঘাত । “কাফেৰৰ বাচ্চা ।’ মই সংজ্ঞা হেৰোৱাৰ পৰা কোনোৰকমে নিজকে ৰক্ষা কৰাৰ লগে লগে শুনিবলৈ পালো । কেগা তেজৰ ৰঙা দাগ এটি এৰি মই আগবাঢ়ি গলো । বিশ্বাস নকৰে নকৰক । মোৰ মৃত্যুৰ সময়ত আপোনাৰ পৰা সত্যবাদিতাৰ প্ৰশংসা পত্ৰ নাপালেও চলিব ।’

‘এৰা, মই কি কৈছিলো ? ···মই কঁপি কঁপি খোজ কাঢ়ি গৈ গৈ আইন এটি অঞ্চলত উপস্থিত হলোহি । মোক এজন হিন্দু গুণ্ডাই বাট আগচি ধৰিলে । ‘কোন তই ? হিন্দু নে

মুছলমান ?' কথা কোৱাৰ লগে লগে তাৰ ভাঙ্গ কৰা কাপোৰৰ আৰৰ পৰা ধাৰাল খুকুৰীখন উলিয়ালে।

"মই তেতিয়াও সেই সাঙ্ঘাটিক কথা 'মই এজন মুছলমান, মই হি...' বিৰ বিৰাই কৈ আছিলো। এইবাৰো মই হিন্দু বুলি কবলৈ নৌপাওঁতেই মোৰ পেটৰ ওপৰত তাৰ খুকুৰীৰ কোব পৰিল।

"আপুনি বোধ হয় এতিয়া বুজিছে মোৰ শৰীৰত কেনেকৈ দুটি আঘাত হ'ল। মোক হিন্দু-মুছলমান উভয়ে খুচিছে। সেই কাৰণেই আপুনি মোক বচাব নোৱাৰে। মোৰ মৃত্যুৰ বাবে যি সকল অধৈৰ্য্য হৈ অপেক্ষা কৰি আছে তেওঁলোকৰ কোনোৱে নোৱাৰে। আচলকথা আপোনালোকে মোক বচাব নোখোজে। মোৰ মৃত্যুৰ বাবে অৱশ্যে আপোনালোক প্ৰতিশোধ লবলৈ ব্যগ্ৰ। মই যদি হিন্দু বুলি ঘোষণা কৰোঁ তেতিয়া হলে হিন্দুবিলাকে তৎক্ষনাৎ চাৰিজন নিৰাহ মুছলমানক হত্যা কৰিব কুণ্ঠিত নহব আৰু মই যদি নিজকে মুছলমান বুলি কওঁ মুছলমান জাতিয়ে সমগ্ৰ হিন্দু জাতিৰ ওপৰতে ইয়াৰ প্ৰতিশোধ লব বিচাৰিব।

"মই হাঁহিছো—কাৰণ এতিয়া মোৰ মনত পৰিছে মই কোন ? অতীত স্মৃতি এটা এটাকৈ মোৰ মনত ভাহি উঠিছে। মোৰ পত্নীৰ সুন্দৰ চকুজুৰি, মোৰ সন্তানৰ নিৰীহ কামবোৰ। মোৰ চকুৰ আগত দুয়োকো হত্যা কৰিছে আৰু সেয়ে মোৰ স্মৃতি শক্তি লোপ পাইছিল। মোৰ খেতি

পথাৰ, মোৰ গাওঁ, মোৰ বন্ধু-বান্ধৱ, ওচৰ চুবুৰীয়া সকলোকে মনত পৰিছে। মৃত্যুৰ আগ মুহূৰ্ত্তত জীৱনৰ সকলোবোৰ ছবিয়ে ভাহি উঠিছে।

"কিন্তু আপোনালোকে মিছাতে ভৈ আছে। মই কেতিয়াও নকওঁ মই হিন্দু নে মুছলমান। হিন্দু-দস্যু আৰু মুছলমান গুণ্ডাই কেতিয়াও নাজানিব তেওঁলোকে কেনেকৈ ভুলতে 'আপোন সম্প্ৰদায়ৰ' লোক এজনক হত্যা কৰিছে। মোৰ এই প্ৰতিশোধ অকল দুজনৰ বিপক্ষেই নহয়, যি সকল হিন্দু, মুছলমান, শিখে মোৰ নিচিনা হাজাৰ হাজাৰ মানুহ হত্যা কৰি পাঞ্জাব নামৰ ওপৰত কলঙ্ক আনিছে, সেই সকলোৰে বিপক্ষে।

"মই হিন্দু আছিলোঁ নে মুছলমান আছিলো এই প্ৰশ্নই তেওঁলোকক দিনে ৰাতিয়ে ব্যতিব্যস্ত কৰি তুলিব। নগৰ-গাৱঁ, ফেক্টৰী, ট্ৰাম, বাচ আৰু গাৱঁৰ তেলপেৰা আদি সকলোৱে সেই একেটা প্ৰশ্নকে কৰিব, একেটা প্ৰশ্নকে শুনিব। 'সি হিন্দু আছিল নে মুছলমান?' কিন্তু তেওঁলোকৰ ল'ৰা ছোৱালী, নাতিয়েক আদি কোনোৱে শান্তি বিচাৰি নাপাব। মোৰ প্ৰতিশোধ ভীষণ, অতি ভীষণ।

"আপুনি এতিয়াও জানিব খোজে নে মই কিয় হাহিছোঁ; —মৃত্যুৰ বহুত পিছত মই কিয় হাঁহিছো।"

—×—

এসময়ত এজন শিল্পী আছিল। তেওঁ ছবি আঁকে। অইন শিল্পীসকলে দামী আৰু দুষ্প্ৰাপ্য ৰঙ-বেৰঙৰে অপূৰ্ব ছবি আঁকে। কিন্তু এই গৰাকী শিল্পী মাত্ৰ এটা ৰঙেৰে ছবিত বোল দিয়ে। তথাপি সেই ৰঙৰ এটা আচৰিত ৰঙা, তীব্ৰ দীপ্তি আছিল। মানুহে কয়, "আমি ছবিখন ভাল পাওঁ, তাত থকা উজ্জ্বলতা ভাল লাগে।"

আনবোৰ শিল্পীয়ে আহি সুধে, "তেওঁ এই ৰঙ কত পালে?" তেওঁলোকে তেওঁক প্ৰশ্ন কৰে। উত্তৰত তেওঁ হাঁহি কয় "মই তোমালোকক কব নোৱাৰো।" আৰু তাৰপাছতে মূৰটো তলমূৱা কৈ ছবি আঁকে।

এগৰাকী শিল্পী দূৰণিৰ পূব দেশলৈ গৈ দামী ৰং তৈয়াৰ কৰা বস্তু কিনি আনিলে আৰু তাৰে এটা দুষ্প্ৰাপ্য ৰঙ কৰি ছবি আঁকিলে। কিন্তু কিছুদিনৰ পাছতে ছবিখনৰ উজ্জ্বলতা কমি গ'ল। অইন এগৰাকী আকৌ পুৰণি কিতাপত পঢ়ি বহু খৰচ কৰি এটা ৰং তৈয়াৰ কৰিলে। কিন্তু ছবি আঁকাৰ লগে লগে সেইখন নষ্ট হৈ গ'ল।

কিন্তু শিল্পীগৰাকী আঁকিয়ে গৈছে। প্ৰত্যেক দিনে ছবিখন আৰু ৰঙা, আৰু উজ্জ্বল হৈ যাব ধৰিলে; ইকালে

শিল্পী-গৰাকী দিনে দিনে শেঁতা পৰি গ'ল। অৱশেষত এদিন তেওঁলোকে তেওঁক ছবিখনৰ আগত মৰি থকা পালে। তেওঁলোকে তেওঁক সংকাৰ কৰিবলৈ লৈ গ'ল। কিছুমানে আকৌ ৰঙৰ বাটি-থালবোৰ চালে; কিন্তু যি বিচাৰিছিল তাৰ শুংসূত্ৰও নাপালে।

সংকাৰৰ কাপোৰ পিন্ধাবলৈ তেওঁৰ গাৰ কাপোৰ খুলি তেওঁলোকে দেখিলে তেওঁৰ বাওঁফালে বুকৰ ওপৰত এটুকুৰা ক্ষত—বহুত, বহুতদিনীয়া পুৰণি ক্ষত। বোধহয় গোটেই জীৱনটোৱেই সেই টুকুৰা তাত আছিল কাৰণ তাৰ কাষবোৰ পুৰণি আৰু টান হৈ গৈছে; কিন্তু মৃত্যু—যিয়ে আটাইবোৰ কথাৰে যবনিকা টানি দিয়ে—কাষবোৰ একেলগে টানি আনি বন্ধ কৰি দিছে।

তেওঁলোকে তেওঁৰ সংকাৰ কৰিলে। মানুহবোৰে তেতিয়াও কয়, "তেওঁ ৰঙটো কত পাইছিল?"

অৱশেষত সকলোৱে শিল্পী-গৰাকীক পাহৰি পেলালে—কিন্তু তেওঁৰ কাম আৰু তেওঁৰ গোপনীয়তা ৰৈ গ'ল।

দূৰৈৰ তৰা বোৰৰ এটাত এখন পৃথিৱী আছিল। সদায় পৃথিৱীত ঘটা ঘটনাসমূহতকৈ তাত ঘটা ঘটনাসমূহ পৃথক আছিল।

সেই পৃথিৱীৰে এজন পুৰুষ আৰু এগৰাকী নাৰী। তেওঁলোকৰ একেটা কাম। দুয়ো সদাই একেলগে ফুৰি থাকে, আৰু সৰল ভাবে কবলৈ গলে দুয়ো বন্ধু আছিল।

কিন্তু তৰাৰ পৃথিৱীত এনে এটা বস্তু আছিল যিটো ইয়াত নাই। গভীৰ অৰণ্য। গছবোৰৰ এডাল অইনডালৰ গাতে গা লগাই জন্মি শাখা প্ৰশাখাবোৰ বিস্তৃত হব নিদিছিল। তাত গৰম কালিৰ সূৰ্য্যৰ ৰশ্মিও পৰিব নোৱাৰে। সেই অৰণ্যখন এখন পবিত্ৰ ভূমি। দিনটো তাত একো কোলাহল নাই। ৰাতি তৰাবোৰ জ্বলি উঠাৰ সময়ত অথবা জোনটি যেতিয়া গছবোৰৰ পাতবিলাকৰ ওপৰত জিকমিকাই উঠে আৰু তলৰ পৃথিৱীত যেতিয়া নিস্তব্ধতাই বিৰাজ কৰে তেতিয়া কোনোবাই অকলে লাহে লাহে গৈ শিলৰ বেদীৰ খটখটিত আঠুকাঢ়ি বহি বুকৰ কাপোৰ খুলি বেদীৰ খটখটিত তেজৰ টোপাল পৰাকৈ আঘাত কৰিলে তেওঁ যিহকে ইচ্ছা কৰে সেয়ে হয়। এনে ঘটনা কল্পনা প্ৰসূত নছিল। প্ৰকৃততে ঘটিছিলো।

কাৰণ সেইখন আছিল দূৰণিৰ পৃথিৱী আৰু ইয়াৰ ঘটনাৰ লগত তাৰ ঘটনা নিমিলিছিল।

পুৰুষ আৰু নাৰী গৰাকী একেলগে খোজ কাঢ়ি ফুৰিছিল। নাৰীগৰাকীয়ে পুৰুষজনৰ মঙ্গল চিন্তা কৰিছিল; এদিন ৰাতি যেতিয়া জোনটি গোটেইবোৰ গছৰ পাত চিক্‌মিকাই জিলিকি আছিল, সাগৰৰ পানীত জোনৰ ৰূপোৱালী ৰত্ন পৰিছিল, তেনেসময়তে নাৰীগৰাকী অকলে খোজ কাঢ়ি বনৰ ভিতৰলৈ গ'ল। তাত অন্ধকাৰ, মাথো তাইৰ ভৰিৰ তলত থকা মৰা পাতবোৰত ক্ষীণ জোনৰ পোহৰ পৰিছিল। বননিৰ ভিতৰ ফালে অন্ধকাৰ গাঢ়। জোনৰ ক্ষীণ পোহৰো দেখা নাযায়। তাই পবিত্ৰ ঠাইখিনিলৈ আহিল। আঠুকাঢ়ি বহি প্ৰাৰ্থনা কৰিলে কিন্তু একো উত্তৰ নাপালে। তাই বুকৰ কাপোৰ আতৰ কৰি তাতে পৰি থকা এটুকুৰা তুমুখীয়া চোকা শিলেৰে আঘাত কৰিলে। তেজৰ টোপালবোৰ শিলৰ খটখটিত টোপা টোপে পৰিব ধৰিলে। বহুদূৰৰ পৰা এটা শব্দ ভাহি আহিল, "তুমি কি বিচাৰিছা?"

তাই উত্তৰ দিলে, "এজন মানুহ আছে। মই তেওঁক মোৰ অতি ওচৰতে ৰাখিব খোজো; পৃথিৱীৰ শ্ৰেষ্ঠ আশিৰ্বাদ দিব বাঞ্ছা কৰো।"

শব্দটোৱে সুধিলে, "সেইটো কি?"

"মই নাজানো। কিন্তু যিহ্কৰিলে তেওঁ সকলোতকৈ ভাল হয় তাকে কামনা কৰো।"

"তোমাৰ প্ৰাৰ্থনা পূৰ্ণ হৈছে। তেওঁ সেয়ে পাব।" তাই থিয় হল। বুকুখন ঢাকি কাপোৰবোৰ হাতেৰে টানকৈ ধৰিলে আৰু বনৰ পৰা লৰি ওলাই আহিল। শুকান শুকান পাতবোৰে তাইৰ ভৰিৰ গছকণিত মৰ্‌মৰাই উঠিল। জোনৰ শীতল পোহৰৰ লগতে কোমল বতাহ বলিছিল। সাগৰৰ পাৰত কোমল বালিত জোনৰ পোহৰ পৰি চিক্‌মিকাই আছিল। তাই কোমল বালিৰ ওপৰেৰে লৰি গল। হঠাতে তাই থমকি ৰল। পানীৰ সিফালে কিবা এটা লৰিছে। চকু দুটা মচি ললে। সেইখন এখন নাওঁ। সেইখন বেগেৰে জোনৰ পোহৰ পৰা সাগৰৰ পানীত উটি আহিছিল। নাৱঁত কোনোবা এজন আছে। জোনৰ পোহৰত মুখখন দেখা নাপাই যদিও তাই অবয়ৱটো চিনিছিল। নাৱঁখন বেগে গুচি গল। সেইখন কোনোয়ে বাই অনা যেন নালাগে। জোনৰ জিলিকণিত তাই ভালকৈ নেদেখিলে, নাৱঁখনো পাৰৰ পৰা ক্ৰমাৎ আঁতৰি হে গৈছে। তথাপি তাই স্পষ্ট কৈ ধৰিব পাৰিছিল—কোনোবা এজন যেন পিচফালে বহি আছিল। বেগাই আৰু বেগাই নাৱঁখন দূৰলৈ যাব ধৰিলে। নাৱঁখনৰ পিচে পিচে তাই পাৰে মানে লৰিলে কিন্তু ওচৰ নাপালে। তাই তানকৈ ধৰা কাপোৰৰ মুঠি মুকলি হৈ গ'ল। হাত দুখন মেলি দিলে। তাইৰ দীঘল খুলি যোৱা চুলিকোচা জোনৰ পোহৰত চিকমিকাই উঠিল।

শব্দ এটাই তাইৰ কাণত ফুচফুচাই কলে, "কি হৈছে ?" তাই কলে—"মোৰ তেজৰ সলনি মই ভেওঁলৈ আটাইতকৈ শ্ৰেষ্ঠ উপহাৰ আনিলোঁ। মই তেওঁক নিব আহিছিলোঁ, কিন্তু তেওঁ মোৰ পৰা আঁতৰি গল।"

শব্দটোই কোমল সুৰত ফুচফুচাই কলে, "তোমাৰ প্ৰাৰ্থনা পূৰ্ণ কৰা হৈছে। তেওঁক সেইটো দিয়াও হৈ গৈছে।"

তাই চিঞৰি উঠিল, "সেইটো কি ?"

শব্দটোই উত্তৰ দিলে, "সেইটো এয়ে যে তেওঁ তোমাক এৰি যাব লাগিব।"

তাই স্তব্ধ হৈ থিয় দিলে। দূৰৰ সাগৰত উজ্জল জোনৰ পোহৰত নাৱঁখন চকুৰ আঁৰ হৈ গল।

শব্দটোই কোমল সুৰত কলে "তুমি সন্তুষ্ট হৈছা নে ?" তাই কলে "মই সন্তুষ্ট হৈছো।"

পাৰত তাইৰ ভৰি চুই ঢৌ বোৰে কোমল কল্ কল্ নি তুলি ভাঙি পৰিব ধৰিলে।

—:×:—

আইভান আইভানিৰ ল্যপকিন আৰু আনা চেমিওনোভ্না জাম্‌ব্রিৎস্কি। চমুকৈ কব গলে এটা উঠি অহা চিকুন ডেকা আৰু এজনী ধুনীয়া গাভৰু। হেলনীয়া পাহাৰখনৰ ওপৰেৰে নামি আহি দুয়ো বেঞ্চখনত বহিল। উইলো গছৰ সেউজীয়া তৰুণ পাতৰ তলত আৰু পানীৰ তেনেই কাষতে বেঞ্চখন। ধুনীয়া ঠাইখিনি। বাহিৰৰ পৰা সিহঁত দুয়োকে দেখা নাযায়। বাহিৰৰ জগতৰ পৰা সিহঁত বিচ্ছিন্ন। অৱশ্যে পানীৰ ওপৰত মাছৰিলাকে মাজে মাজে ভুমুকি মাৰি সিহঁতক চালেও একো ক্ষতি নহৈছিল কাৰণ আগতেই কৈছোঁ সেই ঠাইডোখৰ আছিল অইন সকলোৰে অগোচৰত। চিপ, বৰশী, টোপ, খালৈ সকলো সৰঞ্জাম সিহঁতৰ লগত আছিল। বহিয়েই সিহঁতে মাছ ধৰিব আৰম্ভ কৰিলে।

"এৰা, এতিয়া আমি অলপ অকলশৰীয়া হৈছোঁ।" ইফালে সিফালে চকু ফুৰাই আইভানে কয়, "বুজিছা আনা, তোমাক কিছুমান কথা কবৰ আছিল। ... ... ... ... মই যেতিয়া তোমাক প্ৰথম দেখোঁ ... ... ... ৰবা, ৰবা, তোমাৰ বৰশীত মাছ লাগিছে, ... ... ... তেতিয়া মই বুজিলো কিয় মই জীৱন কটাইছোঁ। মোৰ মানসীক যাৰ ওচৰত মোৰ এই

কৰ্ম্মময় সংজীৱন উৎসৰ্গ কৰিব পাৰো—বিচাৰি পালোঁ।…
মাছটো ডাঙৰ যেন লাগিছে। কেনেকৈ টুকুৰিয়াইছে চোৱা!
তোমাক যেতিয়া দেখিলো আনা, জীৱনত মই প্ৰথম বাৰ
ভাল পালো; নাটানিবা, নাটানিবা, টুকুৰিয়াব দিয়া।
চেনেহী, মই আশা বান্ধিব পাৰোনে কোৱাচোন? মই
তোমাৰ উপযুক্ত নহয় নেকি? মোৰ ভাবিবৰো সাহ নাই।
মই আশা কৰিব পাৰো নে যে ……… … ৰাক্ক টানা
এইবাৰ।"

আনাই চিপেৰে সৈতে হাতখন তুলি চিঞৰি উঠিল।
এটা ৰূপালী ৰঙৰ মাছ চিক্‌মিকাব ধৰিলে।

"ওঃ, বেছ ডাঙৰ মাছ। এই, সোনকালে সহায় কৰা,
এইটো পিছলি যাব ধৰিছে… …" ইতিমধ্যে বৰশীৰ পৰা
এৰাই মাছটো ৰননীৰ ওপৰত পৰি জপিয়াই জপিয়াই
পানীৰ মাছ পানীলৈ গুচি গ'ল।

মাছটো ধৰিব গৈ অজানিতে আইভানে আনাৰ হাতখন
তুলি ললে, অজানিতে তাইৰ কান্ধত হাতখন দিলে। আনা
পিছুৱাই আহিল; কিন্তু পলম হ'ল। অজানিতেই দুইজনে
ঘনিষ্ঠ হৈ পৰিল। গোটেইখিনি অজানিতে আৰু সহজ
ভাবেই ঘটি মুহূৰ্ত্তটো স্বৰ্গীয় হৈ উঠিব ধৰিছিল যাথোন;—
কিন্তু অবিচ্ছিন্ন সুখ জানো সংসাৰত আছে! সুখৰ লগত
বিষ মিহলোৱা যাথাকিলেও বাহিৰৰ ফুটাৰে তাত বিষ
সোমায়। হঠাত হাঁহিৰ শব্দ—নদীৰ পিনৰ পৰা শুনা গল।

মাছৰ হাঁহি নহয়। নদীৰ ফালে চাই দুয়ো হতভম্ব হৈ পৰিল। কোলিয়াই পানীত ঠিয় হৈ অভদ্ৰ ভাৱে হাঁহিছে।

"কি কৰিছা? মাছ ধৰাৰ আচল কথাটো আইক কৈ দিও গৈ ববা......" সি যাব খোজে। "বুজিছা তোমাক আমি ভদ্ৰলোক বুলিয়েই ভাবিছিলো।" অপদস্থ হৈ বঙা পৰি ঘেহাই ঘেহাই আইভানে কয়, "আমাৰ ওপৰত চকুদিয়া তোমাৰ অত্যন্ত অন্যায়। সচাই মিছাই মনে-সজা গল্পকৈ তুমি সুখ পাব পাৰা; কিন্তু আমাৰ পক্ষে প্ৰীতিদায়ক নহব।" "মোক চিলিং এটা দিলে মই মনে মনে থাকিম।" ভদ্ৰলোক বুলি অলপ আগতে বিভূষিত হোৱা মহৎ লোকজনৰ উত্তৰ ভদ্ৰজনোচিত নাছিল;—"নহলে, মই যাওঁয়েই—"

আইভানে জেপৰ পৰা চিলিং এটা উলিয়াই দলিয়াই দিলে। কোলিয়াই তিঁতা হাতেৰে সেইটো উলাহতে ধৰি সুহুৰিয়াই সুহুৰিয়াই সাতুৰি আঁতৰি গ'ল। বেচেৰা প্ৰণয়ী জোৰাই মনে মনে বহি থাকিল।

পিছদিনা আইভানে নগৰৰ পৰা বঙ অলপ আৰু বল এটা কোলিয়ালৈ বুলি কিনি আনিলে। আনাৰ ড্ৰয়াৰত যিমানবিলাক বটল আছিল আটাইসোপা কোলিয়াই উপহাৰ পালে। কেজিন্নমান পাছত আকৌ কোলিয়াক নতুন উপহাৰ কিনি দিব লগাত পৰিল নহলে সি ভয় দেখুৱায়। সি উপহাৰ আৰ্জিবলৈ ভাল চেষ্টাই পালে! সি সদায় জানা

আৰু আইভানৰ ওপৰত চকু ৰাখিব ধৰিলে, এক মিনিটৰ বাবেও সিহঁতক অঞ্চলশৰীয়া ভাৱে থাকিব নিদিয়া হ'ল।

"পশু এটা" খঙতে আইভানে দাত কামুৰি কয়, "এই বয়সতে পক্কা বদমাইচ হৈ উঠিছে। পিছত যে এই লৰাবোৰ কি হব।"

গোটেই জুলাই মাহটো কোলিয়াই সিহঁত দুয়োকে মূহুৰ্ত্তৰ বাবেও শান্তিত থাকিব নিদিলে। সদায় তাৰ মুখত একাষাৰ কথা—'অমুকটো কিনি দিয়া, নহ'লে কৈ দিম'। সি ইমান আগবাঢ়িল গৈ যে সোণৰ ঘড়ি এটি দাবী কৰিবলৈও কুণ্ঠিত নহ'ল। উপায় নাই, নহলে মজা দেখুৱালেহেঁতেন।

এদিন টেবিলত বিস্কুট দিয়াৰ সময়ত কোলিয়াই ল্যপকিনক উদ্দেশ্য কৰি হাঁহি বাগৰি পৰিল, "কমনে? সকলো কৈ দিও নে? দিও নে?" ভীষণ খঙা পৰি ল্যপকিনে টেবিলৰ নেপকিন চোবাব ধৰিলে আৰু আনাই জপিয়াই উঠি ঘৰৰ পৰা ওলাই গ'ল।

আগষ্ট মাহৰ শেষলৈ এই শোচনীয় অৱস্থাই চলিছিল। শেষত আইভান ল্যপকিনে আনাৰ ওচৰত বিয়াৰ প্ৰস্তাব দিলে। কি আনন্দৰ আছিল সেই দিনটো! আনাৰ মাক-দেউতাকৰ আগত সকলো কোৱাৰ পাছত তেওঁলোকে আনন্দেৰে বিয়াৰ প্ৰস্তাবত সন্মতি দিলে। আইভান ল্যপকিনে জপিয়াই জপিয়াই বাগিছা পালে—কোলিয়াৰ অনুসন্ধানত। আনন্দতে সি কোলিয়াৰ এখন কানত ধৰিলে। আনাইও

কোলিয়াকে বিচাৰিছিল। ভাই লৰি আন এখন কানত ধৰিলে। সিহঁতৰ সেই মূহুৰ্ত্তৰ মুখৰ ছবি কেনে ধুনীয়া আছিল। কোলিয়াই চিঞৰি কাকুতি মিনতি জনাব ধৰিলে। “সোনাই, মোৰ দেউতা বুলিছোঁ। এই বাৰলৈ এৰি দিয়া। আৰু কেতিয়াও তেনেকুৱা নকৰো। কৰিলেও—উহু হু-হু।”

আনা আৰু আইভান দুয়ো পাছত স্বীকাৰ কৰিছিল যে কোলিয়াৰ কাণত ধৰাৰ সময়ত সিহঁতৰ যেনে আনন্দ লাগিছিল, প্ৰেমত পৰাৰ পাছত সিহঁতে তেনেকুৱা স্বৰ্গীয় সুখ আৰু অপূৰ্ব্ব আনন্দ কেতিয়াও উপভোগ কৰা নাই।

মৰমৰ এটি চোকা দৃষ্টিৰে স্বামীলৈ চাই ভ্যাচোই কলে, "তুমি বহুত খোজ কাঢ়িছা। আমাৰ ঘৰটোও জেলৰ পৰা বহুত দূৰৈত। ইমান খিনি খোজ কঢ়া অভ্যাস তোমাৰ নোহোৱা হৈছে। এইখিনি খোজ কাঢ়িয়ে তুমি ক্লান্ত। মোৰ মতেৰে তুমি অলপ বাগৰ দিয়া। বিশ্ৰাম কৰিলে ভাল পাবা। জোতাজোৰ খুলি দিওঁ? মদ এগিলাচ দিম নে?"

ভ্যাচোই তাইৰ স্বামীৰ কাষতে ঘূৰিব ধৰিলে। তেওঁৰ ওচৰৰ পৰা তাইৰ যাবৰে। মন নাই। কিমান দিনৰ মূৰত দুয়ো আকৌ আপোন-ঘৰত মিল হৈছে।

ভ্যাচো দেখিবলৈ বৰ শুৱনী নহয়, কিন্তু আজি তাইৰ হাঁহি ভৰা শান্ত মুখখন ধুনীয়া হৈ উঠিছিল। ভগবান! তাই কিমান দিনৰ মূৰত—আজি সুদীৰ্ঘ ছবছৰৰ মূৰত স্বামীক আপোন কৰি পাইছে। এই সুদীৰ্ঘ ছবছৰৰ ভিতৰতে তাই তাইৰ লবাক ডাঙৰ কৰি তুলিছে, সৰু অকণমানি ঘৰটো কিনিছে। আজি তাই আৰু তাইৰ স্বামীৰ মাজত জেলৰ লোহাৰ শিক কেইডাল নাই, সিহঁতৰ মুখত, কিমান দিনে জমা হৈ থকা কথা কোৱাত অইন এজনৰ উপস্থিতি ব্যাঘাত

জন্মাৰ পৰা নাই। আজি সিহঁতে যি খুচী তাকে কব পাৰে, চিপাহী-চন্তৰীও নিষেধ কৰিব নাহে।

ভাই সদায় এই অকনমানি ঘৰটো পৰিষ্কাৰ কৰি থয়। কিন্তু আজি তাই পাহৰি যায়। ভ্যাচোৰ কল্পনা ৰাজ্যত আজি কেৱল এজন মানুহেহে ঘূৰিব লাগিছে আৰু সেইজনে হৈছে তাইৰ স্বামী যিজনে আজি তাইৰ কাষে কাষে ঘূৰিব ধৰিছে। তাইৰ সেই স্বামী; তেওঁৰ বিশেষ একো পৰিবৰ্ত্তন হোৱা নাই। বগৰ ওচৰৰ চুলিবোৰ অলপ বগা হৈছে মাথোঁন। ই তেওঁৰ সৌন্দৰ্য্য বঢ়াইছেহে। আজিও তেওঁক সিদিনাৰ যুবক যেন লাগে। সিদিনাৰ কথা ভ্যাচোৰ স্পষ্ট মনত আছে। মাত্ৰ এদিন সন্ধ্যাৰ পৰিচয়তে তাইৰ কাৰণেই তাইৰ স্বামী ধুনীয়া জীৱনটো উৎসৰ্গ কৰিছে।

খৰি ফুৰাৰ লগে লগে ভ্যাচোই কব ধৰিলে, "তুমি এতিয়া অলপ শুবৰ চেষ্টা কৰা; তেনেহলেহে তোমাৰ ক্লান্তি দূৰ হব।"

ভ্যাচোই শেষত লাহে লাহে কোঠাটোৰ দুৱাৰখন বন্ধ কৰি ওলাই গ'ল। ভ্যাচো ওলাই যোৱাৰ পাছত জন খিৰিকিৰ ওচৰলৈ গ'ল। দিনৰ পোহৰ জনৰ চকুত ইমান তীব্ৰদায়ক হৈছিল যে তেওঁ ঘূৰি আহিল।

দিনটো বৰ গৰম আছিল, আৰু আকাশখন যেন আৰু উজ্জল হৈ হে উঠিছে এনে অনুমান হৈছিল। জনে কোঠাৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি প্ৰত্যেকটো বস্তুৰ ওচৰতে থমকি

বৈছিল। বেৰত আঁৰি থোৱা সিহঁতৰ বিয়াৰ মুকুটটোত চকু নপৰাকৈ নাথাকিল।

বিয়াৰ সেই দিনটোৰ ঘটনাবিলাক এটা এটাকৈ মনত পৰিল আহি। সিহঁতৰ বিয়াখনো এক অদ্ভুত ৰকমৰ। সি বিয়াৰ আগতে ঘৈণীয়েকক দেখিছিল আচৰিত ৰূপে। তাই তাৰ ওচৰত তেতিয়াও অচিনাকী ছোৱালীহে। এৰা, ভাবিলে আজিও ঘটনাটো যেনেদৰে ঘটিছিল বিশ্বাস কৰা টান। হয়তো প্ৰেম আৰু স্নেহৰ দ্বাৰা পৰিচালিত হৈ হে সি কৰিব পাৰিছিল।

ছবছৰ আগেয়ে সি আছিল পঁচিশ বছৰীয়া ডেকা। পুলিচৰ চকুত ধূলি দি সাৰিবলৈ জনে এই গাওঁতে পুৰণি ভঙা দুৰ্গ এটাৰ আঁৰত অপেক্ষা কৰিছিল—সন্ধ্যালৈ। যদিও তাৰ পাছত ছবছৰ অতিবাহিত হৈ গ'ল তথাপি গোটেই ঘটনাটো যোৱা গধুলি হোৱা যেন হে জনৰ মনত খেলাইছিল। সি খেৰৰ পুঞ্জিটোৰ মাজত শুৱলৈ যোগাৰ কৰিছে মাথোন এনেতে বাহিৰত মানুহৰ খোজৰ শব্দ শুনিব পালে। তাৰ হৃৎপিণ্ডত তেজৰ গতি বাঢ়িল। সি খেৰৰ আঁৰত লুকাবলৈ লৰালৰি কৰোতে দূৰৈত এজনী ছোৱালী দেখা পালে। ছোৱালীজনী বেগাই খোজ লৈছে। ও নহয়, দৌড়িছে। তাই পলাইছে। তাই উশাহ লবলৈ টান পাইছে। ছোৱালীজনী চকুত চমক্ লগা ৰঙৰ স্কাৰ্ট

আৰু ডিঙি খোলা ব্লাউচ এটা পিন্ধিছিল। মূৰত কোনো আৱৰণ নাই। তাই দৌড়াৰ লগে লগে আগে-পিচে ঘূৰি চাইছিল, কিন্তু কোনোবাই তাইক ধৰিবৰ বাবে ওত পাতি ওচৰতে বৈ আছে। তাইক দেখিলেই কব পাৰি দৌড়ি দৌড়ি তাই অৱশ হৈ পৰিছিল।

তাই চোতালৰ কাষৰ নাদটোৰ পাৰতে বহি উচুপিব ধৰিলে। তাইৰ কান্দোন দেখি তাৰ মনত দুখ লাগিল। কিন্তু তাৰ গুপ্ত-স্থানৰ পৰা ওলাই আহি ছোৱালীজনীৰ কাষ পাবলৈও তাৰ সাহ নহ'ল।

দিনৰ পোহৰ লাহে লাহে কমি আহিছে। দূৰৈৰ পাহাৰবোৰৰ ওপৰত গধূলিৰ পোহৰ পৰি সুন্দৰ দেখা হৈছে। নাদৰ ওচৰৰ দালচেনীৰ গছডাল মাৰ যাব ধৰা বেলিৰ শেষ ৰশ্মি পৰি টিক্‌টিকীয়া ৰঙা দেখা গৈছিল। অন্ধকাৰ নামি আহিল। আকাশত দুটা এটা তৰা দেখা গৈছে। বনৰীয়া ফুলৰ গোন্ধে সেই সন্ধিয়াটোক পৰাণবলীয়া কৰি তুলিছিল। তাইৰ উচুপনি বন্ধ হ'ল; নিস্তব্ধ গধূলিৰ দৰে তাইও নিস্তব্ধ হৈ বহি থাকিল। তাইৰ মনত খেলালে তাই লুকাব লাগিব। নহলে····· ··তাই ঠিয় হল। ছোৱালীজনীয়ে ঠাই বিচাৰি বিচাৰি হঠাৎ জনক দেখি চিঞৰি উঠিল, "কাবৌ কৰিছো—মোক ধৰাই নিদিবা। অলপ দয়া কৰা। ভগবান ওপৰত আছে। তেওঁ তোমাৰ ভাল কৰিব।" জনে অলপ হাঁহি কলে, "বাৰু।

কিন্তু, কোৱাচোন মই তোমাক কিয় ধৰাই দিম? তোমাক মইতো নিচিনো।”

ছোৱালীজনী অলপ নিশ্চিন্ত হ’ল। “সচাঁই—সচাঁই তুমি মোক নিচিনা?” তাই যেন তেতিয়াও কথাটো বিশ্বাস কৰিব পৰা নাই। “মই তোমাক আমাৰ গাৱঁৰ মানুহ বুলিহে ভাবিছিলো। আন্ধাৰত ধৰিবই নোৱাৰি।”

জনে হাঁহি উত্তৰ দিলে’ “সেইবোৰ যিয়েই নহওঁক; কিন্তু তোমাৰ নো কি হৈছে? সিহঁতে তোমাক কিয় ধৰাই দিব খুজিছে মই একো বুজা নাই।” ছোৱালীজনীয়ে একো উত্তৰ নিদিলে। তাই যাঁহনীৰ ওপৰত বহি এটা হুমুনীয়াহ কাঢ়িলে। জনে ছোৱালীজনীক অলপ কিবা খাবলৈ অনুৰোধ কৰি কলে, “মোৰ ওচৰত অলপ ৰুটি আছে। খাবানে?” তাই লাহেকৈ উত্তৰ দিলে, “ধন্যবাদ খাব পাৰো।”

ছোৱালীজনীয়ে অকণমান ৰুটি খাই স্তব্ধ হৈ আন্ধাৰৰ মাজত বহি থাকিল। জনে তাৰ সৰু টৰ্চ লাইটটো জ্বলাই তাইৰ মুখত পোহৰ পেলালে—তেতিয়াও তাই কান্দি আছিল। চকুৰ পানী তাইৰ কোমল মুখৰ ওপৰেৰে বৈ পৰিছে। জনে ইয়াৰ আগতে কোনো ছোৱালীকে ইমান হতাশ হৈ কন্দা দেখা নাই। সি ভ্যাচোৰ পৰা অলপ আঁতৰত এটি শিলৰ ওপৰত আহি বহিল। বাদুলী এটাই শব্দ কৰি বেৰৰ ওপৰত পৰাত তাই ভয় খাই চিঞৰি উঠিল। ৰুটি

টুকুৰা পৰি গ'ল। "মোৰ ভয় লাগি গ'ল।" ভাই লাহে লাহে কয়, "মই ভাবিছিলো মানুহবোৰে এতিয়াও মোক বিচাৰি আছে।" তাৰ পাচত হঠাতে যেন থাকিব নোৱাৰি ভাইৰ নিজৰ জীৱনৰ ঘটনা এটি এটিকৈ কব ধৰিলে।

অলপ বৈ ভাই আৰম্ভ কৰিলে, "মোৰ যেতিয়া পোন্ধৰ বছৰ তেতিয়া বুঢ়ী মাই এঘৰ মানুহৰ তাত চাকৰণী কৰি থৈ দিলে। ঘৰৰ গৃহস্থই প্ৰলোভন দেখুৱাই মোৰ সৰ্বনাশ কৰে। গৃহিণীয়ে গম পাই মোক ঘৰৰ চৌহদ বাহিৰ কৰি দিয়ে। মই লাজতে বুঢ়ীমাইৰ ওচৰলৈ নগৈ য'তে যি কাম পাওঁ তাকে কৰি নিজৰ অন্ন সংস্থান মোকোলাইছিলো। এদিন মই গম পালো যে মই অন্তঃসত্বা। গৃহিণীয়ে কথাটোৰ ভূপাই উপদেশ দিলে যে ইচ্ছা কৰিলেই মই সকলো লেঠা গুচাব পাৰো। কিন্তু মাতৃত্বৰ লোভে মোক গৃহিণীৰ উপদেশ পালনৰ পৰা বিৰত ৰাখিলে। কিন্তু এইটো বেচ বুজিলো যে সেই ঘৰৰ পৰা মই বিদায় লব লাগিব অতি সোনকালে। কিয়নো ঘৰৰ গৃহস্থই—যিজনেই নেকি মোৰ সৰ্বনাশৰ কাৰণ তেওঁ সদায় গৃহিণীৰ কানত ফুচ্‌ফুচাই মোক খেদিবলৈ উপদেশ দিছিল। সেয়ে মই ভাগ্যক ধিয়াই গুচি আহিলো। মই জানো যে মোৰ সন্তানৰ বাবেই মই পলাব লাগিব। ইতিমধ্যে গাঁৱৰ সৰুদোৱে মোৰ দুৰাবস্থাৰ কথা জানিলে। সিদিনা মোৰ শেষ সম্বল হ'ল কাপোৰ কেইডুখৰিৰ অকণ-মানি টোপোলাটো। ৰাস্তাত ঠিয় হলো,—উদ্দেশ্য আছিল

সেই গাওঁ ত্যাগ কৰা। ৰাস্তাত আহি দেখো যে গাৱঁৰ কেইজনমান মানুহে অলপ আতঁৰত মোৰ পিনে আঙুলীয়াই হাঁহিব ধৰিছে। সিহঁতৰে এজনে মোলৈ ইটা এডোখৰ মাৰি পঠিয়ালে আৰু তাৰ পাচত হাতৰ ওচৰত যোনে যি পালে তাকে দলিয়াব ধৰিলে। নিজৰ জীৱন বচাবলৈ মই লৰিব লগাত পৰিলো। ডেকা কেইজনে মোৰ পাচে পাচে দৌৰিব ধৰিলে। গাৱঁৰ তিৰোতাবোৰে ৰাস্তাত মই তেনেকৈ লৰি দৌৰি পলোৱা দেখিও মোক বচাবলৈ চেষ্টা নকৰিলে, অকণমান সহানুভূতি নেদেখুৱালে। লৰি কোনো-ৰকমে এইখিনি পাইছো, গাৱঁৰ মানুহবোৰে নিশ্চয় মোক পুলিচৰ হাতত গতাই দিব বিচাৰিফু কৰিছে।" তাই কোৱাৰ লগে লগে আকৌ উচুপিব ধৰিলে। অলপ সময় পাচত তাই শান্ত হ'ল। তাই আকৌ কব ধৰিলে, "এতিয়া মোৰ কলৈকে যাবৰ উপায় নাই। ঘৰলৈ গলেও মই নানা বিকৰ্থনা সহিব লাগিব। হয়তো সিহঁতে মোক মাৰিয়েই পেলাব। তাতকৈ বৰং মই এতিয়াই ইয়াৰ পৰা নাদৰ তললৈ জপিয়াই পৰাই ভাল। তেনে ইচ্ছা মোৰ নোহোৱা নহয় কিন্তু মোৰ গাত যি এটা প্ৰাণী অংকুৰিত হৈ সংসাৰলৈ আহিব বৈ আছে সেই নিৰপৰাধী প্ৰাণীটোক মই কেনেকৈ নষ্ট কৰিম! মই চকুৰ আগত দেখিছো মোৰ লৰাই যেন সৰু সৰু হাত দুখন মোৰ ফালে মেলি ধৰিছে। সকলো সময়তে মই তাৰ জীৱনৰ অস্তিত্ব অনুভৱ কৰিছোঁ। উ! ভগবান—" তাই হতাশাত ভাঙি পৰে।

জনে তাইৰ প্ৰত্যেকটো কথাই অন্তৰেৰে শুনিছিল। শুকাই যাব ধৰা ল’ৰালিৰ স্মৃতিসমূহ আকৌ সজীৱ হৈ উঠিল। সৰুতে যেতিয়া তাৰ উশাহ বন্ধ হৈ যোৱাৰ দৰে হৈছিল তেতিয়া তাৰ মায়েকে তাক কেনে মৰম কৰিছিল সেইবোৰ কথা এটি এটি কৰি মানস পটত ভাহি উঠিল। তাৰ মনত পৰিছিল—তাক যেতিয়া পাহৰাৱালা দুজনে ধৰি লৈ আহে তেতিয়া মাকৰ মুখৰ চেহেৰা কেনে হৈছিল।

জনে আজি অতবছৰৰ মূৰকত ভ্যাচোৰ লগত দেখা হোৱা দিনটোৰ কথা মনত পেলালে। এতিয়াও সি বুজিব নোৱাৰে তেতিয়া তাৰ মনৰ অৱস্থা কেনে হৈছিল; কিন্তু ভ্যাচোক কোৱা প্ৰত্যেকটো কথাই আজিও স্পষ্ট কৰি কাণত বাজি আছে, “তুমি নাকান্দিবা। বুজিছা, তুমি নাকান্দিবা। মই বাপেক হম। এৰা, সেই জাৰজ সন্তানৰ বাপেক মই হম। মই সিহঁতৰ দৰে পংগু নহয়। কালি পুৱাই গীৰ্জাত আমাৰ বিবাহ উৎসৱ সম্পন্ন হব। মোৰ কথা চিন্তা কৰিছা! মই এজন সাধাৰণ মানুহ। স্বভাৱ ভৱঘূৰীৰ। মোৰ বিশ্বাস ভগবানে এই কাৰ্য্যৰ বাবে মোক ক্ষমা কৰিব।”

বিয়া হৈ গ’ল। বিয়াৰ পাচত জনে উপযাচি পুলিচৰ ওচৰত আত্মসমৰ্পন কৰিলে। তাৰ হয়তো আগডোখৰত অলপ অনুশোচনা হৈছিল। মুহূৰ্তৰ দুৰ্বলতাৰ বাবে তাৰ স্বাধীন জীৱনৰ অন্ত পেলালে। কিন্তু...... সি বৈ যায়। ভৱিষ্যৎ মানৱ-শিশুৰ কথা মনত পৰে।

যি দিনা তাৰ ঘৈণীয়েক ভ্যাচোই কোলাত অকণমানি জীৰিত মাংসপিণ্ডটো লৈ তাক দেখা কৰিব যায় সেই দিনটোৰ কথা তাৰ মনত পৰিল। ভ্যাচোই লৰাটোক ওখলৈ ধৰি জেলৰ ফুটাৰে তাক দেখুৱায়। লৰাটো দূৰৈৰ পৰা দেখি তাৰ মনত অলপ দয়া, অলপ মৰম উপজিছিল।

তাৰ মনত তৃপ্তি আহিল। সি পাহৰি গ'ল সেই সন্তানৰ জন্মদায়ক সি নহয়। প্ৰত্যেক ৰবিবাৰে জেলৰ ফুটাৰে গাঁৱৰ ৰাস্তালৈ অধিৰ হৈ চাই থাকে কেতিয়ানো সন্তান কোলাত লৈ ভ্যাচো আহে। লগৰীয়া সকলে ঈৰ্ষাৰ সুৰত কয়, "তুমিটো বেচ সুখী। এনে তিৰোতা আৰু এনে ধুনীয়া শিশু।" সিহঁতে নাজানে সেই ধুনীয়া শিশুৰ জন্মদায়ক জন নহয় বুলি।

সিদিনা ভ্যাচোৰ কোলাত বহি সিহঁতৰ সন্তানে চকুৰ্কিটা বহলকৈ মেলি আধা ফুটা মাতেৰে প্ৰথম সম্বোধন কৰে "পিতা" বুলি। সেই মুহূৰ্তৰ কথা মনত পৰিলে আজিও শৰীৰৰ ওপৰেদি শিহৰণী বৈ যায়। তাৰ সন্তান লাহে লাহে ডাঙৰ হৈ আহিব ধৰিলে। জনে ভাবিব নোৱাৰে তাৰ নিজৰ লৰাক ইয়াতকৈ কি বেচি মৰম কৰিব পাৰি। লৰাটোইও যেন বাপেককহে বেচি ভাল পায়। নিৰ্দিষ্ট সময় অতিক্ৰম হ'ল। সিহঁতে জেলত তাতকৈ বেচিকৈ সময় দেখা কৰিব নোৱাৰে। সেই মুহূৰ্তত লৰাটোৱে বাপেকক এৰি অহাত আপত্তি কৰি ইমান কান্দিছিল যে চন্তৰীজনেও একো কব নোৱাৰিলে।

তাৰ বন্দী জীৱনৰ বছৰবোৰ সাগৰৰ ঢৌৰ দৰে ইটোৰ পিছতে সিটো এইদৰে বাগৰি যাব ধৰিলে। সিহঁতৰ সিদিনাৰ লৰাটো ডাঙৰহৈ আছিল। তাৰ মধুৰ স্বভাৱত মুগ্ধ হৈ বুঢ়া পহৰীয়াই তাক জেলৰ ভিতৰতো খেলিব দিছিল। জনে খিৰিকীৰে চাই থাকে। খেলাৰ মাজে মাজে তাৰ হাঁহি ভৰা মুখখনি তুলি বাপেকৰ পিনে চায়।

এদিন ভ্যাচোই হাতত বাতৰি কাগজ এখন লৈ তাৰ লগত দেখা কৰিবলৈ আহিছে। আনন্দতে তাইৰ মুখ ৰঙা হৈ পৰিছে। উত্তেজিত ভাবে তাই তাক জনায় যে নতুন চৰকাৰে কেইজনমান কয়েদীক মুক্তি দিব। তাৰ ভিতৰত জনৰ নামো অন্তৰ্ভুক্ত হৈছে। গাৱঁৰে পুৰোহিতে অনুগ্ৰহ কৰি এই খবৰটো পঢ়ি শুনাইছে।

সচাকৈয়ে জনে বাহিৰৰ মুক্ত বতাহ প্ৰাণ খুলি লব পাৰা দিনটো কেইদিন মান পাচতে আছিল। তাৰ মনটো আনন্দেতে ভৰি উঠিল। ঘাহনিৰ গন্ধ আহি তাৰ নাকত লাগিল। পৃথিৱীখন এনে ধুনীয়া! সি ভাবিছে তাৰ ঘৈণীয়েকে তাৰ বাবে—অকল তাৰ বাবেহে এটা সৰু ঘৰ ধুনীয়াকৈ সজাই পৰাই ৰাখিছে। তাৰ লৰাক আজিৰ পৰা সকলো সময়তে পাব। তাৰ হিয়া উলাহতে নাচি উঠিল।

জনে তাৰ বিচনাত শুব পৰা নাছিল; যদিও পৰিষ্কাৰ কোমল বিচনা। সি খট্‌খটিত সৰু ভৰিৰ শব্দ শুনিব পালে। দুৱাৰ খন লাহে লাহে নিঃশব্দে খুলি গ'ল। নিশ্চয় তাক

লবা আহিছে। তৎক্ষনাতে টোপনি অহাব ভাও জুৰিলে। লবাটো আগবাঢ়ি আহিল। ভালকৈ চালে বাপেকৰ টোপনি আহিছে নে নাই আৰু তাৰ পাছত জগতৰ সকলো খিনি মৰমেৰে সৈতে সি জনৰ গালত এটি সৰু চুমা খালে।

তেওঁ পিতাৰ বুট জোতা তৈয়াৰ কৰিছিল আৰু সেই-বাবেই তেওঁক মই লৰালি কালৰ পৰা জানো। ওয়েষ্টএণ্ডৰ সৰু ৰাস্তাটোৰ কাষত তেওঁলোক দুয়ো ককায়েক-ভায়েকে এখন দোকান দিছিল। এতিয়া অৱশ্যে কালৰ লগে লগে সেই ৰাস্তাৰ আমূল পৰিবৰ্ত্তন হৈছে আৰু সিহঁতৰ দোকানৰ অস্তিত্বও লোপ পাইছে।

সিহঁত থকা ফ্ল্যাটটোৰ এক অদ্ভুত বিশেষত্ব আছিল। তাত অৱশ্যে পূৰ্ব্ববংশ গৌৰৱৰ দ্বাৰা গৰ্বিত কোনো ৰাজবংশ ভূতৰ বাস নাছিল, কিন্তু অতি সাধাৰণ ভাবে লিখা থকা "জেস্‌লাৰ ব্ৰাদাস" এই শব্দ দুটাই সাধাৰণৰ দৃষ্টি আকৰ্ষণৰ বাবে যথেষ্ট আছিল। এটা কোঠাৰ খিৰিকিত সকলোৱে দেখাকৈ কেইজোৰামান বুট জোতা ওলোমাই থোৱা কথাটি অতি সাধাৰণ; কিন্তু এতিয়াও মোৰ মনত আছে সেই বুটজোতা কেইজোৰাই এসময়ত মোৰ চিন্তাৰ যথেষ্ট খোৰাক আছিল। তেওঁৰ এটা বিশেষত্ব হৈছে—তেওঁ কম সংখ্যক জোতা চিলাই কৰে আৰু প্ৰত্যেক জোৰ জোতাই ক্ৰেতাৰ ভৰিত খাপ খাই থৰে। তেওঁ যে সেইবোৰ অইন ঠাইৰ পৰা কিনি আনি বিক্ৰীৰ বাবে তাত থৈছিল সেই কথা

মোৰ বিশ্বাস নহয়। সদায় যি চামৰাৰে তেওঁ কাম কৰে তাত বাহিৰে অইন ভেজাল বস্তু চোহিদতে আনিব নিদিয়ে। সেই জোতাবিলাক কিমান ধুনীয়া, কিমান কোমল! তেওঁৰ তৈয়াৰী জোতা তেনে ধুনীয়া আৰু লোভনীয় আছিল কাৰণ সেই ব্যৱসায় তেওঁ প্ৰাণৰ দৰে ভাল পাইছিল। এই সত্যটো অৱশ্যে মই বহুদিন পাচতহে উপলব্ধি কৰিলোঁ। মোৰ দৃঢ় ধাৰণা তেনে সুন্দৰ জোতা অকল তেওঁহে কৰিব পাৰে।

আজিও মোৰ মনত আছে, এদিন মই মোৰ সৰু ভৰি খন আগ বঢ়াই দি লাজুকীয়া ভাবে সুধিছিলোঁ, "মিষ্টাৰ জেস্‌লাৰ, এই জোৰ তৈয়াৰ কৰা জানো বৰ টান নহয়?" ৰঙাদাড়িৰ মাজেৰে অকণমানি হাঁহি এটাৰে উত্তৰ পাইছিলো "এইটো এটা শিল্প।" ককায়েক-ভায়েক দুয়ো ঠিক এনে আছিল যে পোনপ্ৰথমে কোনজন কোন বুজা মোৰ পক্ষে কষ্টসাধ্য যদিও পাচত হে বুজিলো ককায়েকজন ভায়েকতকৈ সকলো বিষয়তে অলপ দুৰ্ব্বল।

মানুহে তেওঁৰ দোকানত দুজোৰাতকৈ বেচি জোতা কৰিব নিদিয়ে কাৰণ সকলোৱে জানে অইন সাধাৰণ জোতাৰ তুলনাত এইবোৰ বহুত বেচি দিন স্থায়ী।

বেচি ভাগ জোতাৰ দোকানত ক্ৰেতাসকলে যি মনোভাব লৈ সোমাই (অৰ্থাৎ মোক সোনকালে দিয়ক, মই যাওঁ), সেই ভাবলৈ তেওঁৰ দোকানলৈ যাব নোৱাৰি। ধীৰ স্থিৰ

ভাবে দোকানৰ ভিতৰত প্ৰবেশ কৰি কাঠঁৰ চকী এখনত বহি বৈ থাকিব লাগিব। কিছু সময়ৰ পাচত ককায়েকে কাঠৰ খৰমৰ ঠকাঠক্ আৱাজ তুলি নামি আহে। তেওঁক দেখিলেই মনত ভাব হয় যেন তেওঁ এইমাত্র বুটৰ সপোন দেখিহে উঠি আহিছে। তেওঁক সেই সময়ৰ চেহেৰা বিস্ময় পাৰি যেতিয়া কেঁচাই দিনৰ পোহৰ দেখি বিস্মিত হৈ খঙেৰে চাই থাকাৰ লগতহে।

"কেনে আছা, মিষ্টাৰ জেস্লাৰ"। মই তেওঁক সুধো, "মোক বুট এজোৰ—অৰশ্যে ৰাচিয়ান লেদাৰৰ—কৰি দিব পাৰিবানে?" একো নকৈ নিজৰ ঠাইলৈ তেওঁ উভটি যায়। মই নতুন চামৰাৰ গোন্ধ লওঁ। অলপ পাছতে শুনো হাড় ওলোৱা ক্ষীণ হাতত সোণালী ৰঙৰ চামৰা এটুকুৰা লৈ তেওঁ আপন মনে কৈছে, "কেনে ধুনীয়া।" মই যদি তেওঁৰ কথাত হয়ভৰ দি চামৰাৰ সুখ্যাতি কৰোঁ। তেনেহলে তেওঁ ওভোটাই সুধিব, "আপোনাক কেতিয়া লাগিব?" "সুবিধা মতে যেতিয়াই হয় কৰি দিবা।" এইটোৱেই সৰ্বসাধাৰণৰ উত্তৰ। তাৰ পাচত মই কওঁ "সুপ্ৰভাত"। চামৰাৰ পৰা মূৰ নুতুলাকৈ তেওঁ কব "সুপ্ৰভাত"। দোকানৰ পৰা ওলাই আহোঁতে শুনো তেওঁ বুটৰ সপোন দেখি খৰমৰ ঠকাঠক্ শব্দ তুলি ওপৰলৈ উঠিছে। নতুন জোতা তৈয়াৰ কৰিব গলেই আগৰ পুৰণি জোতাজোৰ বহুত সময় একমনে পৰীক্ষা কৰে আৰু পাছত এখন কাগজত মোৰ ভৰিৰ

জোখ লয়। ভৰিৰ জোখ লওঁতে তেওঁৰ হাতখন সদায়ে কঁপিছিল।

সিদিনাৰ কথা মই পাহৰিব নোৱাৰোঁ। ভালকৈ মনত পৰে, মই মাত্ৰ কৈছিলোঁ, "শুনিছা, মিষ্টাৰ জেস্‌লাৰ, তোমাৰ আগৰ তৈয়াৰী জোতাজোৰে মচ্‌মচ্‌ শব্দ কৰিছিল।" তেওঁ একেখিনিৰে মোৰ ফালে চাই আছিল হয়টো আশা কৰিছিল মই মোৰ কথা ওভোটাই লম অথবা পৰিবৰ্তন কৰিম। পাছত লাহে লাহে উত্তৰ দিছিল, "জোতাজোৰ আপুনি আগেয়ে ভিৰাইছিল হবপায়।"

"জানো, মনত নপৰে দেখোন"।

মোৰ কথা শুনি তেওঁ চকুজুৰি তললৈ কৰি জোতাজোৰৰ কথাই ভাবিব ধৰিলে। তেনে কথা কোৱাৰ বাবে নিজকে অপৰাধী যেন লাগিছিল। "বুট জোৰ এবাৰ পঠাই দিব। কি হৈছে মই চাম।"

সেই বুটজোৰা তৈয়াৰ কৰাৰ সময়ত তাত যে প্ৰাণৰ কিমান আবেগ মিহলোৱা আছিল সেই কথা ভাবি মনত দুখ লাগে।

তেওঁ আকৌ লাহে লাহে কয়, "কিছুমান জোতা তৈয়াৰ কৰোঁতেই নষ্ট হৈ যায়। ঠিক কৰিব নোৱাৰিলে তাৰ দাম বিলৰ পৰা কাটি দিম"।

এবাৰ—মাত্ৰ এবাৰ হে মোৰ নিজৰ অসাৱধানতাৰ বাবে তেওঁৰ দোকানলৈ অইন এখন ডাঙৰ ফাৰ্মৰ তৈয়াৰী জোতা

পিন্ধি গৈছিলোঁ। এইবাৰ তেওঁ চামবাৰ কোনো নমুনা নেদেখুৱাকৈ নীৰৱে মোৰ আদেশ মানি ললে। মই স্পষ্ট অনুভৱ কৰিলোঁ যেন তেওঁৰ চকুৰ তীক্ষ্ণ দৃষ্টিয়ে মোৰ ভৰিৰ সেই হীন আৱৰণ ভেদ কৰিছে। শেষত বৰ নোৱাৰি কৈ পেলালে, "এই জোৰটো মোৰ তৈয়াৰী জোতা নহয়।"

তেওঁৰ কথাৰ সুৰত খং নাছিল, দুখ নাছিল আনকি তাত ঘিনো নাছিল। কিন্তু সেই সুৰত এনেকুৱা এটি স্নিগ্ধতা আছিল যে সি অন্তৰ কঁপাই দিয়ে। বুট জোৰাৰ সন্মুখৰ ফালে আঙুলিৰে টিপি কলে, "ইয়াত দুখ নাপায়? এইবোৰ ডাঙৰ ডাঙৰ ফাৰ্মৰ কোনো আত্ম-মৰ্য্যদা নাই।"

তাৰ পাছত তেওঁ নিজৰ দুখৰ কথা কব ধৰিলে। মোৰ জীৱনত এই প্ৰথম তেওঁৰ কাতৰতা শুনিলো। ভাঙা ভাঙা আৰু কঁপি কঁপি উঠা সুৰেৰে তেওঁৰ মুখৰ পৰা দুখৰ কথা শুনিলো; — "এনেকৈ—এনেকৈয়ে সিহঁতে মোক একেবাৰে নিস্ব কৰি পেলাইছে। লাহে লাহে সিহঁতে মোৰ আধা কাম লৈ গৈছে। মোৰ কাম প্ৰত্যেক বছৰেই কমি আহিছে আৰু মইও দেউলীয়া হব ধৰিছো।" দৰিদ্ৰতাৰ দ্বাৰা তেওঁৰ যে পীড়িত মই তেওঁৰ কথাতে উপলব্ধি কৰিলো। মোৰ মনত খেলালে তেওঁৰ ৰঙা দাড়িবোৰ যেন হঠাতে বগা হৈ পৰিল।

মই তেওঁক কলো যে খুব লৰালৰিত পৰিছে এই জোতা। অইনৰ দোকানত কিনিব লগাত পৰিছিলো। কিন্তু তেওঁৰ

মুখৰ অকণো পৰিবৰ্ত্তন নহল। জোতাজোৰ কৰিব দি মই তেওঁৰ দোকানৰ পৰা ওলাই আহিলো—ব্যস্ত ভাবেই। হয়তো নিজকে ঢাকিবলৈ। এইবাৰ জোতাজোৰ ইমান ভাল হৈছিল যে মই তেওঁৰ দোকানলৈ জোতাৰ বাবে ছুৰছৰ যোৱা নাই।

কিছুদিন পাছৰ কথা। তেওঁৰ দোকানলৈ গৈ মই আচৰিত হলোঁ। সৰু দোকান ছুখন এখন হৈ নাই। আন এজন মানুহ তাৰ গৰাকী হৈছে। বুট জোতাবোৰো আগৰ অৱস্থাত নাই। এইবাৰ বহু সময় পাছতহে তেওঁ নামি আহিল। মানুহৰ ধৰা চচমা জোৰৰ ভিতৰেৰে কিছু সময় চাই তেওঁ সুধিলে—'আপনি মিষ্টাৰ——নহয় জানো?

"হয়, মিষ্টাৰ জেস্লাৰ।" ভংৰৰ জোতাযোৰ আগবঢ়াই দি কলো, "চাওকচোন, আপোনাৰ তৈয়াৰী জোতা কিমান ভালে আছে।"

"কিন্তু" তেওঁ অতি করুণ সুৰত কয় যেন কবলৈও ব্যথা পাইছে—"মানুহে ভাল জোতা নিবিচাৰে।"

কেইজোৰমান বুট জোতা তৈয়াৰী কৰিবলৈ কৈ মই ওলাই আহিলোঁ। এইবাৰ আমাৰ আলাপত আত্মীয়তা ভাব ফুটি নোলাইছিল। দোকানৰ ভিতৰত আৰু বাহিৰত প্ৰত্যেক মূহুৰ্ত্ততে মই ভাবিছিলো—তেওঁৰ বিৰুদ্ধে এটি ষড়যন্ত্ৰ চলিছে আৰু এই ষড়যন্ত্ৰ এজন ছুজনৰ নহয়—সমগ্ৰ সমাজৰে ষড়যন্ত্ৰ সেই শিল্পীজনৰ বিৰুদ্ধে।

বহুদিন পাছত আৰু এবাৰ তেওঁৰ দোকানলৈ গলোঁ। অভিবাদন কৰি সুধিলো, "কেনে আছা মিষ্টাৰ জেস্লাৰ ?" ধীৰে ধীৰে তেওঁ কয়, "খুব ভালে আছোঁ। কিন্তু মোৰ দাদা ঢুকাইছে।" কিন্তু তেওঁৰ কথাৰ সুৰত 'খুব ভালে' থকাৰ চিন নাছিল। বৰ দুখিত ভাবে তেওঁক প্ৰবোধ দিব চেষ্টা কৰো। তেওঁৰ জীৱনটো বাৰ্দ্ধক্যই আহি দেখা দিছে, এটুকুৰা চামৰা আনি সি কলে, "কেনে ধুনীয়া চামৰা ! আপোনাক জোতা লাগে নেকি ?"

কই জোৰমান জোতা কৰিব দি বিষন্ন ভাবে গুভটো। এইবাৰৰ জোতা আৰু ভাল হয়। অইন কামত ব্যস্ত থাকি কেইবছৰমান লণ্ডন চহৰৰ পৰা আতঁৰত থাকোঁ। মোৰ সেই পুৰণি শিল্পী বন্ধুজনক ৬০ বছৰ বয়সত এৰি যাওঁ আৰু ৭৫ বছৰ বয়সত উভটি আহোঁ। এইবাৰ মোৰ বন্ধুই মোক চিনিবই নোৱাৰিলে। বহুত সময় কথাবৰ্তা হোৱাৰ পাছত কেইজোৰমান জোতা কৰিব দিওঁ। তেওঁৰ সেই দুৰ্বল অৱস্থা দেখি মোৰ মন কাতৰ হৈ উঠে।

এদিন গধূলি মোৰ জোতাবোৰ পালোঁ। প্ৰত্যেকজোৰ জোতাই পিন্ধি পিন্ধি চাব ধৰিলোঁ। কেনে নিখুত আৰু ধুনীয়া আছিল ! এইবাৰ পাৰ্শ্বেলৰ লগত তেওঁ বিলখন পঠাইছিল। চেক এখন চহী কৰি মই নিজেই সেইখন পঠাই দিলো।

এসপ্তাহ পাছত সেই ৰাস্তাৰে খোজ কাঢ়ি ফুৰোতে জোতাবোৰ কিমান সুন্দৰ আৰু ধুনীয়া হৈছে দেখুৱাবলৈ মন

গ'ল। দোকানৰ ওচৰলৈ গৈ দেখো দোকানখন আছে যদিও মই যাক বিচাৰিলোঁ। তেওঁ নাই। মিঃ জেস্লাৰৰ নাম নাই। ইতস্ততঃ কৰি শেষত দোকানত প্ৰৱেশ কৰিলোঁ। কাউণ্টাৰত বহি থকা ইংৰাজ ভদ্ৰলোকজনক সুধিলো,—"মিঃ জেস্লাৰ আছে নে?"

ভদ্ৰলোক জনে মোৰ মুখৰ ফালে কিছু সময় চাই কলে, "নাই ডাঙৰীয়া নাই। কিন্তু আমি আপোনাক আপোনাৰ পছন্দমতে বুট তৈয়াৰ কৰি দিব পাৰিম। তেওঁৰ দোকান আমি কিনি লৈছোঁ। আমাৰ নাম অপুনি দেখা নাই জানো?"

"হয় মনত পৰিছে। কিন্তু মিঃ জেস্লাৰ – ?" তেওঁ অলপ বিমৰ্ষ হৈ উত্তৰ দিলে,—"ঢুকাইছে।" "ঢুকাইছে! মাত্ৰ এসপ্তাহ আগেয়ে মই তেওঁৰ পৰা বুট লৈ গৈছোঁ।"

তেওঁ কলে, "কি করুণ মৃত্যু বুঢ়া মানুহজনৰ! অনাহাৰে মৰিল! ইস! ডাক্তৰ সকলে এই মৃত্যুক ধীৰে ধীৰে অনাহাৰে হোৱা মৃত্যু বুলি কৈছে। তেওঁ নিজৰ বাহিৰে আনক জোতা কৰিব নিদিয়ে। সেয়ে এজোৰ জোতা কৰিবলৈ বহুত সময় লাগে। গ্ৰাহকে ইমান দিন ধৈৰ্য্য ধৰি থাকিব নোৱাৰে। শেষত তেওঁ আটাইবোৰ গ্ৰাহকক হেৰুৱালে। মই ডাঠি কব পাৰোঁ,—তেওঁৰ সমকক্ষ কোনো নাছিল। কিন্তু প্ৰতিযোগীতাত পাৰিব কেনেকৈ? তেওঁ কেতিয়াও দোকানৰ নাম সাধাৰণৰ মাজত প্ৰচাৰিত কৰা নাই। তেওঁ বুট বেচি যি

পয়চা পাইছিল তাবে ঘৰ ভাড়া আৰু ভাল চামৰা কিনোতে শেষ হৈছিল। তেওঁ কেতিয়াও নিজৰ খোৱা পিন্ধাৰ কথা চিন্তা কৰা নাছিল। তেওঁৰ দৰে মানুহৰ এই পৰিণামৰ বাহিৰে আৰু কি আশা কৰে!”

“কিন্তু অনাহাৰত মৃত্যু—”

“আপোনাৰ ওচৰত অস্বাভাবিক হব পাৰে; কিন্তু মৃত্যুৰ দিনালৈ মই তেওঁক চামৰা লৈ থকা দেখিছিলো। খাবলৈও তেওঁ সময় নষ্ট কৰা নাই। কেনেকৈ যে তেওঁ ইমান দিন জীয়াই আছিল তাকে ভাবিলেহে মই আচৰিত হওঁ। সচাঁ, তেওঁ এজন অতি মানব আছিল। কেনে ধুনীয়া বুট কৰিছিল তেওঁ!”

“অপূৰ্ব বুট তৈয়াৰ কৰিছিল” বুলি কৈয়ে মই লৰালৰিকৈ ঘূৰি থিয় হলোঁ। কাৰণ সেই যুবকজনক জানিব দিবৰ মন নাছিল যে চকু পানীৰ মাজৰে মই আৰু একো দেখা নাই।

পুৱাৰ পোহৰৰ জিলিঙনি ছুটামানে দিগন্তত আক টানিছে। ভৰালৰ তুৱাৰ খুলি বিলিবাক ওলাই আহিল। অলপ সময় ভৰাল ঘৰৰ বাৰাণ্ডাত ঠিয় হৈ থাকি আকাশৰ ফালে মুখ তুলি চালে। তেতিয়া বতাহ বালৰ আৰম্ভ কৰিছে।

বিলি মানুহজন চুটি চাপৰ। হাত ভৰিবোৰ হলে বেচ শকত আৱট। তাৰ চুলিবোৰ অতি চুটি চুটিকৈ কটা আৰু ঠৰঙা। মুখখন একোচা গোফে আগুৰি আছিল বুলিও কব পাৰি। চকুৰ বৰণ সেউজীয়া। এইটোৱেই আছিল তেওঁৰ নিখুত চেহেৰা।

বাহিৰত ঠিয় হৈ পেণ্টৰ ভিতৰত কামিজটো সুমাই ললে, আৰু লাহে লাহে আস্তাবলৰ পিনে অগ্ৰসৰ হল। আস্তাবলত সোমাই তেওঁ ঘোৰা ছুটাক মালিচ কৰিব ধৰিলে। মালিচ শেষ হোৱাৰ লগে লগে খোৱাৰ ঘণ্টা বাজিল। বিলিয়ে বুকজ আৰু ফনী বেৰত ওলোমাই থলে। পুৱাৰ জলপান খাবলৈ তেওঁ ডাইনিংহলত উপস্থিত হৈ দেখে যে মিচেচ টিক্লিনে তেতিয়াও ঘণ্টা বজায়েই আছে। বিলিয়ে ডাইনিং হলৰ কোঠাত নোসোমাই পোনে পোনে গৈ বান্ধনী ঘৰৰ খট্‌খটিত বহিল। তেওঁ এতিয়াও দৰমহা লোৱা মজুৰ, আটাইবে আগত খোৱা কোঠাত সোমোৱা উচিত নহয়।

ঘণ্টাৰ টিং টিঙিয়া শব্দত সৰু জডিৰ টোপনী ভাঙিল। তাৰ বয়স মাত্র দহবছৰ। মূৰৰ চুলিবোৰ ছালধীয়া বৰনীয়া। চকু দুটিত এটা নম্র ভাব। তেতিয়াও তাৰ টোপনীৰ আমেজ যোৱা নাছিল। কোনোৰকমে ৰাতিৰ পোচাক খুলি লৰালৰিকৈ এটা নীলা ৰঙৰ ঘৰ কাটা কামিজ আৰু দীঘল পায়জামা এটা গাত সুমাই বান্ধনী ঘৰলৈ লৰ দিলে। গৰম হৈছে গতিকে সি হয়তো জোতা পিন্ধাৰ দৰকাৰ নেদেখিলে। বান্ধনী ঘৰৰ টবৰ পৰা পানী লৈ মুখখন ধুই মূৰ ফনীয়াব ধৰিলে।

এনেতে মাকে তাৰ ফালে ঘূৰি চাই কলে, "তোৰ চুলিবোৰ বৰ দীঘল হৈছে। তুই এদিনতে কটাব লাগিব। যা, পলম নকৰিবি। খোৱা টেবিলত বহগৈ, তহতৰ কাৰণে বিলি সোমাব পাৰা নাই।"

ৰগা অয়েলক্লথ পাৰা দীঘল টেবিলত জডি গৈ বহিল। সন্মুখৰ ডাঙৰ একথাল কণী ভজাৰ পৰা সি তিনিটা কণী আৰু তিনিটুকুৰা মাংস তুলি ললে।

জডিৰ পাচত জডিৰ পিতাক আহি ডাইনিং হলত প্রবেশ কৰিলে। তেওঁ দীঘল, দৃঢ় চেহেৰাৰ মানুহ। মজিয়াত হোৱা জোতাৰ শব্দৰ পৰা জডিয়ে বুজিলে যে পিতাকৰ ভৰিত বুট জোতা আছে। তথাপি একেবাৰে নিঃসন্দেহ হবলৈ টেবিলৰ তলেৰে জুমি চালে।

পিতাক আৰু বিলি কলৈ যাব নাজানে যদিও জডিৰ ৰব মন গ'ল তেওঁলোকৰ সংগী হবলৈ। কিন্তু সাহ কৰি

কথাটো পিতাকক কব নোৱাৰিলে। কাৰণ জডিয়ে জানে যে পিতাক সন্মত নহ'ব।

কার্লে খালখন টানিলৈ কলে, "বিলি, গৰুবোৰ ঠিক কৰিছা নহয় ?"

"হয়," বিলিয়ে উত্তৰ দিলে। "মই অকলেই লৈ যাব পাৰিম।"

"হয় নেকি ? কিন্তু তোমাৰ লগত যাবলৈ মোৰ বৰ ভাল লাগে।" কার্লে মিচিকি মিচিকি হাঁহি উত্তৰ দিলে।

"কিমান সময়ত উভতিবা কার্ল ?" জডিৰ মাকে সোধে।

"সেইটো কোৱা মস্কিল। মালিনাচত বহুতৰ লগত দেখা কৰিব লাগিব।"

খালৰ কণী, টিনৰ বিস্কুট আৰু কেটলীৰ গৰম চাহ অলপ পাচতে শেষ হৈ গ'ল। তাৰ পাচত বিলিবাক আৰু কার্ল টিক্লিন হুয়ো হুটা ঘোৰাত উঠি বুঢ়া গৰু হুটা খেদি মালিনাচৰ ফালে যাব ধৰিলে। তাত গৰুবোৰ বিক্রী কৰিব।

জডিয়ে ঠিয় হৈ ভেওঁলোকে টিলাৰ ওপৰেদি কৰা যাত্রা চাব ধৰিলে। বিলিবাক আৰু কার্ল লাহে লাহে পাহাৰী বাস্তাত চকুৰ আৰ হৈ পৰিল। জডি ঘৰৰ পাচফালৰ শাক পাচলিৰ বাগানৰ ভিতৰেদি গৈ ঠাণ্ডা পানীৰ নিজৰাটোৰ ওচৰতে ব'ল। তাৰ মিঠা পানী খালে। টিলাৰ ওপৰৰে ভেতিয়া ব'দ আহি পৰিছে। কলপতীয়া ধাঁহৰ ওপৰত ৰ'দে চিক্‌মিকাই উঠিছে। সৰি পৰা ওকান পাতৰ ওপৰত চ্যাইবোৰে

চিঞৰিব ধৰিছে। জড়িয়ে যাবলৈ ভাবিও থমকি ৰ'ল। পাহাৰৰ সিফালৰ পৰা হুটা শগুণে ডাঙৰ পাখি মেলি ঘূৰি ঘূৰি মাটিলৈ নামিছে। জড়িয়ে বুজিলে ওচৰতে কিবা জন্তু হয়তো মৰিছে। গৰু হ'বও পাৰে নাইবা বনৰীয়া শহ: পছুও হ'ব পাৰে। শগুনৰ চকুৰ তীক্ষ্ণ দৃষ্টিৰ পৰা একো আঁতৰি থাকিব নোৱাৰে। শগুণ মাৰিবও নোৱাৰি। পৰি থকা মৰলাবোৰ সিহঁতেই খাই পৰিষ্কাৰ কৰি দিয়ে।

জড়ি ঘৰলৈ উভটিল। মাকে তাক স্কুললৈ যাব লাগে। সি একো নামাতি কিতাপবোৰ কাৰলতিৰ তলত লৈ হাতত ছুপৰীয়াৰ খোৱাবস্তুৰ টোপোলাটো ওলোমাই স্কুললৈ খোজ ললে।

বাটত যাওঁতে চৰাই আৰু শহা পছুবোৰলৈ শিলগুটি দলিয়াই যাব ধৰিলে।

আবেলি চাৰিবজাত ঘৰলৈ উভতি দেখে যে তেতিয়াও বাপেক ফিৰি অহা নাই। মাকে অকলে বহি বহি মোজা সি আছিল। জড়িৰ পিনে ঘূৰি চাই মাথোঁ কলে, "বান্ধনী-ঘৰত খোৱা বস্তু আছে, খাইল'গৈ। খাই উঠি হাঁহ, মুৰগীৰ বাকচবোৰ পৰিষ্কাৰ কৰ। ভালকৈ নতুন খেৰ পাৰি দিবি।"

মুৰ জোকাৰি জড়ি ভিতৰ সোমাল। মাকৰ কথামতে কাম শেষ কৰি বাইচ নম্বৰ ৰাইফলটো লৈ নিজৰাৰ কাষলৈ গ'ল। পুৱাৰ দৰে এতিয়াও সি পানী খালে।

সি চাৰিওপিনে বন্দুক মাৰিব ধৰিলে। তাৰ লক্ষ্যবস্তু একো নাছিলও আৰু সকলো আছিলো। ঘৰটোৰ পিনে

টোম্রাইও ছুবাৰমান গুলি এৰিলে। কিন্তু দুখৰ কথা বন্দুকত হলে এটাও গুলি নাছিল। তাৰ বাপেক্‌ কার্লে স্পষ্টকৈ কৈ দিছে যে বাৰবছৰ আগতে সি গুলি নাপায়।

কার্ল আৰু বিলি যেতিয়া ফিৰে তেতিয়া চাৰিওপিনে বেচ আন্ধাৰ হৈছে। ৰাতি খোৱা-বোৱাত সেইকাৰণে অইন দিনাতকৈ পলম হ'ল। খাই উঠি কার্লে কলে, "জড়ি শুৱাগৈ। কাইলৈ খুব ৰাতিপুৱাতে উঠিব লাগিব।"

"কিয় পিতা?" সি আগ্ৰহেৰে সোধে। "কাইলৈ গাহৰি মাৰিবা নেকি?"

"—নহয়"

"—তেনেহলে ?"

"কালি পুৱা দেখিবি নহয়।"

বিছনালৈ গৈ জড়ি শুই পৰিল। শুই শুই সি শুনিলে যে ভঁৰালঘৰত ফেচাই উকলিয়াব ধৰিছে। নিশ্চয় ইন্দুৰ হৈছে। গছৰ ড়ালবোৰ বতাহত শিৱ্‌শিৱাই উঠিছে। জড়িৰ মনত গৰু এটাই হেম্বেলিওৱা যেন লাগিল। চকুত তেতিয়া টোপনী আগুৰি ধৰিছে।

খুব পুৱাই জড়িৰ টোপনী নাভাঙিল। আনদিনাৰ দৰেই খাবলৈ আহ্বান কৰা ঘণ্টাৰ শব্দত বিছনাৰ পৰা উঠিল। তাৰ পাছত অভ্যাসমতে খোৱাৰ টেবিলত বহিলগৈ। এনেতে বাপেক আৰু বিলি সোমাল আহি।

কাৰ্লৰ মুখৰ ফালে চাই জড়িয়ে তলমূৰ কৰিলে। কাৰ্লৰ মুখখন আজি অস্বাভাৱিকৰূপে গম্ভীৰ। তলমুৱাকৈয়ে সি বিলিৰ পিনে চালে। বিলিয়ে তলমূৰ কৰি নিজমনে খাইছে। তেওঁৰ চকুৰ লগত জড়িৰ চকুৰ দৃষ্টি বিনিময় ন'হল।

আধা খোৱা হওঁতেই কাৰ্ল গম্ভীৰ ভাৱে জড়িৰ ফালে চাই গহীন সুৰত কলে, খোৱা হলে "তুমিও আমাৰ লগত যাবা।"

কথাষাৰ শুনাৰ পাচত জড়িৰ খোৱা শেষ কৰা টান হৈ পৰিল। সি যিমানেই লৰালৰিকৈ শেষ কৰিব খোজে সিমানেই যেন খোৱা বস্তুবোৰ ডিঙিত লাগি লাগি ধৰা যেন ভাৱ হৈছিল। কাৰ্ল আৰু বিলি খোৱা শেষ কৰি ওলাই গ'ল। জড়িয়ে কোনো ৰকমে খোৱা শেষ কৰিলে। তাৰ মন কিন্তু তেতিয়া উৰি গৈছে বহুদূৰলৈ বাপেক আৰু বিলিক অতিক্ৰম কৰি।

মাৱেকে পিচফালৰ পৰা মাত দিলে, "কাৰ্ল, তাক নচুৱাই গুৰ্ফুৰিবা। সি স্কুললৈ যাব লাগিব।"

সাধাৰণতে গাহৰী যিদাল হাইপ্ৰাচ গাছৰ তলত মাৰা হয় তাৰ তললৈ কাৰ্ল আৰু বিলি গ'ল। চাৰিওফালৰ অৱস্থা চাই জড়িৰ বুজিব বাকী নাথাকিল যে গাহৰী বধ কৰা নহয়।

তেওঁলোক আগুৱাই গ'ল। বেলি উঠিছে, যদিও পাহাৰৰ আৰৰ পৰা ওলোৱা নাই। সেইবাবে সেইখিনি ঠাইৰ

আন্ধাৰ এতিয়াও পাৰহৈ যোৱা নাই। আস্তাবলৰ দুৱাৰৰ সমুখত ঠিয় হৈ জডিৰ পিতাকে কলে, "ইয়াতেই।"

এক মূহুৰ্ত্ত পাচতে ৰহস্যৰ ভেদ ভাঙি গ'ল। আস্তাবলৰ মুখৰ কোঠাটোত ৰঙা ঘোৰাৰ পোৱালী এটাযে চকু টিপি টিপি জডিৰ ফালে চাইছে। দুষ্টামিৰে পৰিপূৰ্ণ চকু দুটা, ৰঙা বৰণৰ কৰ্কশ নোমেৰে আগুৰা শৰীৰটো আৰু হালি পৰি থকা কান্ধৰ দীঘল চুলিবোৰে তাক শুৱনি কৰি তুলিছিল।

জডিৰ বিস্মিত মুখৰ ফালে চাই গহীন সুৰত কাৰ্লে কলে, "পোৱালীটো একেবাৰে অশিক্ষিত। তাৰ লগত কষ্ট ভুঞ্জিব লাগিব; কিন্তু যদিহে কাচ্চিৎ শুনিব পাওঁ যে তাক সময়মতে খাব দিয়া নাই অথবা তাৰ ঘৰ লেতেৰা হৈ আছে তেনেহলে তেতিয়াই মই সেইটো বিক্ৰি কৰি দিম।"

জডি বাপেকৰ কথাষাৰ বিশ্বাস কৰিবই নোৱাৰিছিল। সি আগুৱাই আহি পোৱালীটোৰ গাত হাত দি সুধিলে, "এইটো সচাই মোৰ নেকি?"

কোনেও তাৰ কথাৰ উত্তৰ নিদিলে। পোৱালীটোই নাক কোচাই জডিৰ আঙুলিবোৰ সুঙি দাতেৰে কামুৰিব ধৰিলে। হাতখন আতৰাই আনি দাগ বহা আঙুলি কেইটাৰ ফালে চাই জডিয়ে নিজেই কৈ উঠিল, "অ! এইটোৱে ভালকৈ কামোৰে।"

কাৰ্ল আৰু বিলি দুয়ো জডিৰ কথা শুনি হাঁহিলে। অলপ পাচতে কাৰ্ল গুচি আহিল।

বিলিয়ে মুখখন বৰ গহীন কৰি কলে, "কামুৰিবই। একেবাৰে নতুন নহয়। ইয়াক খোজত চলাব, দৌৰাব সকলো শিকাব লাগিব। মই অৱশ্যে তোমাক সহায় কৰিম।"

"ইয়াক কিনিলা ক'ত বিলি ?"

"মালিনাচৰ এঠাইত নীলাম হৈছিল তাতেই।"

"লাগাম আৰু জীন আনা নাই।"

"কিয় নানিম ? আহা তোমাক দেখুৱাওঁ ?"

মৰক্কো চামৰাৰ ৰঙা জিনখন হাতত লৈ জডি আবাক হ'ল। এই খনও যে তাৰ সি বিশ্বাস কৰিবই টান পালে। তাৰ ৰঙা ঘোৰাটোৰ পিঠিত ৰঙা জিনখন কেনে সুন্দৰ দেখা হব! সি নিজই নিজকে কলে, "বৰ ধুনীয়া হব!" কিন্তু হঠাতে যেন তাৰ অইন কিবা কথালৈ মনত পৰিল। "মই দেখোন এতিয়াও ঘোৰাটোৰ নামেই থোৱা নাই। এবা, তাৰ নাম গ্যাবলিয়া নামাউণ্টেন্স বেচ ভাল হব।"

"বৰ দীঘল নাম হ'ল জডি। তাতকৈ তাক কেৱল গ্যাবলিয়ান বুলি মাতিলেই ভাল হব হবপায়। গ্যাবলিয়ান মানে জানা নে নাই ? চিলনী, সেঁা কৈ আকাশৰ পৰা নামি আহি আতৰি যায় যে সেই চিলনী। তাৰ ৰঙৰ সৈতে নামটোৰ বেচ মিল হব।"

"চুলিবোৰ কিমান দীঘল দেখিছা ?"

"চুলিবোৰ কাটিব লাগিব। চুলিবোৰ পেলাই দিয়াৰ পিছতহে মই ভাবেই এডাল চাবুক গুঠি দিম।"

"ওঃ খুব ভাল হব বিলি। বঙা ঘোড়া, বঙা জিন, বঙা চাবুক। বেচ মিলিবগৈ। মই আজি ভাক স্কুললৈ নিম বিলি। সকলোকে দেখুৱাম—মোৰ কেনে ধুনীয়া ঘোৰা।"

"উহু! সি এতিয়াও ভালকৈ খোজ কাঢ়িবই শিকা নাই।"

"মোৰ বন্ধুবোৰক লৈ আহিম?"

"আনিব পাৰা।"

আবেলি স্কুল ছুটিৰ পাচত ছটা লবাৰ দল এটা জডিৰ লগত আহিছিল—জডিৰ ঘোৰা চাবলৈ। "জডি, তুমি কেতিয়াবা ঘোৰাত উঠিছা?" সিহঁতৰ ভিতৰৰে কোনোবা এজনে সুধিলে। সিহঁতে উত্তৰলৈ আশা কৰাতকৈও বিস্ময় হৈ চাইহে আছিল। সিহঁতৰ চকুত জডিৰ প্ৰতি এটা শ্ৰদ্ধান্বিত ভাব ফুটি ওলাইছিল।

জডি হলে সিহঁতৰ প্ৰত্যেকটো প্ৰশ্নৰে উত্তৰ সঠিক ভাবে দিবলৈ সাজু হৈ আছিল। বন্ধুৰ প্ৰশ্নৰ উত্তৰত বিজ্ঞ মানুহৰ দৰে মূৰটো জোকাৰি কলে, "এতিয়াই উঠিব নোৱাৰি নহয়। সি ভালকৈ খোজ দিব শিকাই নাই। ৰব কলে ৰব নোৱাৰে।"

"হয় নেকি?" জডিৰ বন্ধু সকলৰ মনত বিস্ময় বাঢ়িল হে।

বন্ধুবোৰৰ অজ্ঞতা দেখি জডি ওস্তাদী কৰিব ধৰিলে। সি পাদ্ৰি গ'ল বাঙিপুৱালৈ সিও আইনতকৈ একো বিশেষ

জ্ঞানা নাছিল। বিলিৰ ওচৰত যিখিনি কথা শিকিছিল তাৰেই পুনৰাবৃত্তি কৰিলে। কথা কোৱা শেষ হোৱাত সি কলে, "আহা জিনখন এবাৰ নাচাবা জানো ?"

বঙা মৰকো চামৰাৰ জিনখন দেখি সিহঁত বাত্তিপুৱা জড়ি অবাক হোৱাৰ দৰে অবাক হৈ গ'ল।
সিহতে একো সুধিব নোৱাৰিলে। জড়িয়ে মুৰব্বীৰ সুৰত কলে, "ধুনীয়া দেখাব যেন লাগে।"

"অ ভাল হব।" সকলোয়ে স্বীকাৰ কৰিলে।

জড়িৰ বন্ধুবোৰ উভটি গ'ল। কাৰণ সিহঁতৰ অনিচ্ছা থাকিলেও বেছি বৈ থকা নাছিল। পাহাৰৰ সিফাল পাইছে গৈ আন্ধাৰৰ ছাঁৰ মাজেৰে লাহে লাহে পোহৰক আতঁৰলৈ খেদি দি সন্ধ্যা নামি আহিছে। সিহঁতৰ মাজত একো কথোপকথন হোৱা নাছিল যদিও আটাইৰে চিন্তাৰ মূল কেন্দ্ৰ একেই আছিল আৰু সেইটোৱেই হৈছে জড়িৰ বাঙা ঘোৰাটো। সিহঁতে আটায়ে সিহঁতৰ আটাইতকৈ দামী আৰু ধুনীয়া নিজস্ব বস্তুটোকে জড়িক উপহাৰ দিব পাৰে যদিহে জড়িয়ে এবাৰ মাথোন ঘোৰাটোত উঠিব দিয়ে।

বন্ধুবোৰ যোৱাৰ পাচত জড়িয়ে অলপ সকাহ পালে। বেবৰ পৰা ব্ৰাচ আৰু কণী লৈ ঘোৰাৰ ওচৰত থিয় হ'ল। জড়িৰ হাতত, ব্ৰাচ আৰু কণী দেখি পোৱালীটোৰ চকু দুটা জ্বলি উঠিল। গোটেই শৰীৰটো কোচাই লৈ লৈ নাচিবৰলৈ সাজু হ'ল। জড়িয়ে পোনেই তাৰ শৰীৰৰ হাত

নিদিলে। সি পোন প্ৰথমে গলটো বৰ আদৰেৰে মলচি কৰ ধৰিলে, "ৰবি সোনাই, ৰবি!" ভিডি মলচি দিয়াৰ আৰামত ঘোৰাই চকু মুদি দিলে, সি লঠিয়াৰ পাহৰি গ'ল,। জুডিয়ে তেতিয়াহে তাৰ গাত ব্ৰাচ দিব আৰম্ভ কৰিলে।

সি ব্ৰাচ কৰিয়েই আছিল। মাকে আহি মুৰগীবোৰ সময়মতে তদাৰক নকৰা বাবে বকিব আৰম্ভ কৰিলে। তেতিয়াহে তাৰ হুচ আহিল। বেৰত ব্ৰাচ আৰু ফণীখন আঁৰি থৈ মাকৰ ওচৰ পালে। ভয়ে ভয়ে মিনতিৰ সুৰত কলে, "বৰ ভাল মা। মোৰ বৰ ভুল হ'ল। খং নকৰিবা।"

মাক গলি গ'ল। হাঁহি তেওঁ কলে, "এনেকুৱা ভুল হলে নহব কিন্তু, এটা দুটা কৰি সকলোবোৰেই তেতিয়াহলে পাহৰি যাবি।"

"নহয় ও মা। আৰু কেতিয়াও নাপাহৰো।"

"বাৰু" মায়েকে উভটিব খুজিলে। জুডিয়ে জাপ মাৰি মাকৰ ওচৰ পাই কলে, "এটা আলু দিবা মা?"

"কি কৰিবি?" আচৰিত হৈ মায়েকে সুধিলে।

"গ্যাবলিয়ানক খুৱাম। তেতিয়া হলে তাৰ নোমবোৰ খুব কোমল আৰু মসৃন হব......" আনন্দতে সি কথা শেষ কৰিব নোৱাৰিলে। তাৰ চকু দুটা উজ্জ্বল হৈ উঠিল। উজ্জ্বল চকু দুটা মাকৰ বৰ ভাল লাগিল। হাঁহি তেওঁ কলে, "কি এনে ভাওৰ কথাটো। বাগানৰ. পৰা লৈ আহ গৈ।"

জড়িব জীৱনৰ গতি সলনি হৈ গৈছে। ৰাতিৰ আন্ধাৰ যেতিয়া গছৰ পাতৰ আঁৰে আঁৰে সোমাই থাকে, তেতিয়া সেই ধলপুৱাতে সি নিশব্দে বিছনাৰ পৰা উঠি দুৱাৰ খুলি ওলাই যায়। মূৰৰ ওপৰত আকাশখনৰ সেই সময়ৰ বহুন শিলৰ লগতহে বিজাৰ পাৰি। তৰাবোৰ হীৰাৰ টুকুৰাৰ দৰে উজ্জ্বল, চাৰিওফালৰ প্ৰকৃতি শীতল আৰু শান্ত। চাইপ্ৰাচ গছৰ তলেৰে নিয়ৰ সনা বনবোৰ পাৰ হৈ যাওঁতে যে কিমান দুৰ্ভাৱনা সি কেনেকৈ প্ৰকাশ কৰিব! তাৰ আশঙ্কা হয় যদিহে গ্যাবেলিয়ান তাৰ আস্তাবলত নাই! যদি ৰাতিৰ ভিতৰতে নিগনিয়ে তাৰ নেজৰ চুলিবোৰ কুটি নষ্ট কৰি পেলাইছে! যদি তাৰ ভৰিত কামোৰিছে! ইত্যাদি ধৰণৰ হাজাৰটা শঙ্কা লৈ সংশয়ৰ পদক্ষেপেৰে সি আহি কোনো ৰকমে আস্তাবল পায়; লগে লগে সকলো আশঙ্কা পাতৰি যায়। আস্তাবলৰ ডাঙৰ দুৱাৰখন খোলাৰ লগে লগেই তাৰ চকুৱে গ্যাবেলিয়ানৰ চকুৱে মিল হয়। চি হি! চি হি! হিঃ! গ্যাবেলিয়ানে তাক ৰাতিপুৱাৰ সাদৰ সম্ভাষণ জনায়। তাৰ পাচতে সি ভৰি মাৰিবলৈ আৰম্ভ কৰে। তাৰ ভাৱটো প্ৰকাশ হৈ পৰে। সি যেন কয়, "মোক বাহিৰলৈ লৈ বল।"

গ্যাবেবিয়ানৰ গা আৰু আস্তাবল পৰিষ্কাৰ কৰি জড়িয়ে তাক বাহিৰলৈ উলিয়াই আনে। বাহিৰলৈ আহিয়েই গ্যাবেলিয়ানে পোন প্ৰথমে কিছু দৌৰি লয়। দৌৰা

শেষ হ'লে আগৰ ভৰি দুখন তুলি ঠিয় দিয়ে আৰু শেষত নিজৰবাটোলৈ গৈ নাকটো ডুবাই পানী খায়। আনন্দতে জডিয়ে জাঁপয়াই উঠে। বৰ ভাল ঘোৰা গ্যাবেলিয়ান! নহলে এনেকৈ নাক সুড়ুবালেহেতেন।

জডি লহে লাহে ঘোৰাৰ অভিজ্ঞ পুৰুষ হৈ উঠিল। ঘোৰাৰ অঙ্গ-প্ৰত্যঙ্গৰ অস্বাভাৱিকত্বৰ লগত চৰিত্ৰৰ কি সম্বন্ধ সি বুজি পোৱা হৈছে। ঘোৰাৰ ভয় লাগিলে বা খং উঠিলে কান দুখন পিচফালে আকৌ আনন্দ বা উদ্বিগ্নতাত আগফালে হালি আছে। কিন্তু উত্তেজিত হৈ উঠিলে কান দুখন ঠিয় হৈ থাকে।

গ্যাবেলিয়ানৰ শিক্ষা আৰম্ভ হ'ল। বিলি ওচৰতে ঠিয় হৈ থাকি জডিক যথোচিত উপদেশ দিয়ে আৰু জডিয়ে সেইমতে গ্যাবেলিয়ানক শিক্ষা দিয়ে। পোনপ্ৰথমে ভৰি কেনেকৈ পেলাব লাগে তাকে শিকাব আৰম্ভ কৰিলে। এইটোৱেই বোধহয় আটাইতকৈ কঠিন কাম। জডিয়ে আলু এটা লৈ সন্মুখত ঠিয় হয়। গ্যাবেলিয়ানে সেইটো খাবলৈ ভৰি আগবঢ়ালেই ৰচিত টান পৰে আৰু গ্যাবেলিয়ান থমকি ৰয়। জডিয়ে অৱশ্যে তাক নিৰাশ নকৰি পাচত আলুটো খাবই দিছিল। এই কঠিন কামটোৱেই শিকোৱা হ'ল যেতিয়া তাৰ পাচত কদমত যাব, লৰি থাকোতে থমকি ৰব, হালি জালি যাব শিকোৱা সহজ হৈ পৰিল। জডিয়ে টিক্‌টিকাই শব্দ কৰিলে সি ঘুলিব আৰম্ভ কৰে, হেই হেই

বুলিলে দৌৰে আৰু ওৱা বুলিলে ৰয়; কিন্তু ইয়াৰ ভিতৰতো গ্যাবেলিয়ানে তাৰ দুষ্টামি স্বভাৱ পৰিত্যাগ নকৰি ৰবৰ সময়ত জড়িৰ ভৰি গচকিব বা লঠিয়াব চেষ্টা কৰে। জড়িয়ে কিবা কলে তাৰ ডাঙৰ ডাঙৰ চকুদুটা বহলকৈ মেলি জড়িয়েনো কি কৈছে শুনে আৰু তাৰ পাচত কাণ দুখন আগফালে কৰি নিস্তব্ধ হৈ ঠিয় হৈ থাকে।

কার্লে এদিন গ্যাবেলিয়ানৰ শিক্ষানো কিমান দূৰ আগ বাঢ়িছে চাবলৈ আহিল। অলপ চাই থাকি যেতিয়া বুজিলে যে তাৰ শিক্ষা প্ৰায় শেষ হৈছেই তেতিয়া তেওঁ জড়িক কলে, "জড়ি এইবাৰ তাৰ ওপৰত জিন লগাব পাৰা। সি খোজ কাঢ়িব শিকিছে।"

কার্লে কব হে পালে; জড়ি লৰি গৈ সাজ থকা কোঠা পালে আৰু তাত থকা কাঠৰ ঘোৰাটোৰ কান্ধত জিনখন লগাই সি নিজে চাওৱাৰী হৈ বহিল। কান্ধত বাইকেলটো পেলাই ললে যেন সি সেইদৰে ঘোৰাত উঠাত অভ্যস্তহে আৰু সদাই যেন তাত উঠি সি মাইলৰ পাচত মাইল ভ্ৰমণ কৰি আহে।

জিন লগোৱা কামটো গোটেই সহজ নাছিল। গ্যাবেলিয়ানে পিচ হুহকি হুহকি গৈ পিঠি কোচাই জিনখন বাৰে বাৰে পেলাই দিব খোজে। এনেদৰে বহুদিন চেষ্টাৰ পাচত যেনিবা জিনখন আৰু লাগামডাল লগাব পাৰা গ'ল। গ্যাবেলিয়ানে পোন প্ৰথমে লাগামডাল চিঙিবৰ চেষ্টা কৰিছিল কিন্তু মুখ

কাটি তেজ ওলোৱা দেখি সি লাহে লাহে সেই অভ্যাসো এৰি পেলালে।

কাৰ্ল আৰু এদিন আহিল। গ্যাবেলিয়ানৰ ফালে চাই কলে, "অঃ ইয়াক চিনিবই নোৱাৰা হৈছে। ই এতিয়া আৰু সেই পোৱালী হৈ থকা নাই; দস্তুৰমত ঘোড়া হৈ উঠিছে।"

সচাঁকৈয়ে গ্যাবেলিয়ানক চিনিব নোৱাৰা হৈছে। মালিচ কৰোতে কাণত নোমৰ ককৰ্শতা আঁতৰি গৈছে। গোটেই শৰীৰতে উজ্বল ৰঙ ফুটি উঠিছে। তেল দিয়া খুৰাবোৰ এনে উজ্বল ভাবে চিকমিকাইছে যে তাত প্ৰতিবিম্ব ফুটি উঠে বুলি কলেও বঢ়াই কোৱা নহয়। গলৰ চুলিবোৰ আগৰদৰে সিচৰিত হৈ থকা নাই। সমান আৰু মিহিকৈ কটা।

জডিৰ ফালে চাই কাৰ্লে কলে, "জডি, ধন্যবাদ জ্ঞাপনৰ দিনা তই গ্যাবেলিয়ানৰ ওপৰত উঠিব পাৰ!"

জডিয়ে এই কথাষাৰ শুনিবলৈয়ে ইমানদিন আগ্ৰহেৰে ৰৈ আছিল। বাপেকৰ কথা শুনি তাৰ কিমান স্ফূৰ্ত্তি লাগিছিল নকলেও হব। তথাপি তাৰ মনত এটা আশঙ্কা, এটা দোটানৰ ভাৱ! কিজানি কিবা হয়। অইন একো নহলে বৰষুণেই হব পাৰে আৰু তেতিয়া হলে তাৰ সুন্দৰ জিনখন নষ্ট হৈ নাযাবনে? সেয়ে সি ভয়ে ভয়ে কলে, "সিদিনা যদি বৰষুণ হয়?"

জড়িৰ বিষন্ন ভাব দেখি কাৰ্লৰ মমতা জন্মিল। তেওঁ তাক উৎসাহ দি কলে, "নাই, নাই বৰষুণ কিয় হব? কিন্তু তই নিজে সাবধানে থাকিবি যাতে গ্যাবেলিয়ানে তোক পেলাই নিদিয়ে।" কার্লে হাঁহি হাঁহি গুচি গ'ল।

ঝিলিৰ ওচৰলৈ গৈ জড়ি কলে, "ঘোৰাত উঠিব শিকাব লাগিব বিলি।"

বিলি গাই খিৰাই আছিল। মূৰ নাডাঙাকৈ কলে, "আবেলিলৈ হে শিকাম দেই। এতিয়া মই খুব ব্যস্ত আছো জড়ি।"

আবেলিৰ পৰা ঘোৰাত উঠিব শিকা আৰম্ভ হ'ল। জড়িৰ লগত গ্যাবেলিয়ানৰ মিত্ৰতা জন্মিছে। জড়িয়ে তাৰ পিঠিত জিন আৰু মুখত লাগাম লগালে সি মুঠেই আপত্তি নকৰে। স্থিৰ ভাবে থিয় হৈ ডাঙৰ ডাঙৰ চকু মেলি জড়িৰ ফালে চাই থাকে। জিন আৰু লাগাম লগোৱা হলে গ্যাবেলিয়ানৰ ওচৰতে এখন ওখ টুলত জড়ি ঠিয় হয়। গ্যাবেলিয়ানে অস্থিৰতা প্ৰকাশ নকৰিলেই জড়ি সহজেই তাৰ পিঠিত উঠিব পাৰে। কিন্তু জড়ি আজিলৈ তাৰ পিঠিত উঠি বহা নাই কাৰণ শুভকৰ্মৰ আগতে তাৰ ওপৰত উঠাত বাধা আছে।

সদায় আবেলি স্কুলৰ পৰা আহি জড়িয়ে গ্যাবেলিয়ানক ফুৰাব লৈ যায়। গ্যাবেলিয়ানে আপত্তি নকৰে বৰং ফুৰিব যাব ভালহে পায়। মূৰটো ওখ

কৰি, নাকটো কোঁচাই জুডিৰ পিচে পিচে কোনোৰকম দুষ্টামি নকৰাকৈ গছৰ তলেদি জোপবোৰ পাৰহৈ যায় থাকে। জগতৰ অনন্ত প্ৰকৃতিৰ সম্ভাৰ দেখি শিশুৰ দৰে যেন অবাক হৈ নীৰব হৈছে। স্বাভাৱিক চাঞ্চল্যতাই তাৰ মনত ঠাই পোৱা নাই। যেতিয়া ওলটে তেতিয়া দুয়োৰে শৰীৰত গছ-পাতৰ কেচা গোন্ধ পোৱা যায়। কাপোৰ-কানিত বন-গুটি লাগি আছে।

ধন্যবাদ জ্ঞাপন কৰা শুভদিনটো ওচৰ চাপি আহিল। হঠাতে জাৰ অসম্ভৱৰূপে বাঢ়ি গ'ল। পাহাৰৰ ওপৰত কলা মেঘে তৰঙ্গৰ মালা গাঁঠি দিগ্বিজয়ৰ অভিযানত সাজি কাচি ওলাল। আকাশত নীলা ৰহণৰ লেশমাত্ৰও নাই। ওক গছৰ পাতবোৰ সৰি পৰি গোটেই বনভূমিয়েই শুকান পাতেৰে আবৰি ধৰিছে।

জুডিৰ সন্দেহেই সত্যত পৰিণত হ'ল। ধন্যবাদ জ্ঞাপন কৰা দিবসৰ দুদিন আগৰে পৰা ধাৰাসাৰে বৰষুণ আৰম্ভ হল। অবিশ্ৰান্ত বৰষুণৰ ফলত জুহকালিৰ ৰুক্ষতা আঁতৰি গ'ল। তাৰ ঠাইত যুটি উঠিল শ্যামল সেউজীয়া ৰূপ।

ইমান বৰষুণতো গ্যাবেলিয়ান নিভিজিলে। জুডিয়ে তাক অনবৰত পাহৰাদি আছিল। দহ দিনৰ মূৰত এদিনাখন মেঘবোৰ আঁতৰি ৰ'দ ওলাল। জুডিয়ে বিলিৰ ওচৰত থিয় হৈ সুধিলে, "বিলি, ৰ'দ ওলাইছে দেখোন। গ্যাবেলিয়ানক বাহিৰলৈ উলিয়াই আনিম জানো?"

"এৰা। ইমান দিন ৰৰবুণৰ পাচত আজি ব'দ লাগিলে তাৰ স্বাস্থ্য ভালহে হব।"

"কিন্তু ৰৰবুণ দিয়ে যদি আকৌ? মই স্কুললৈ যাওঁ। কোনে তাক ভিতৰত থব?"

"কিয়? মই থব পাৰিম নহয়।" বিলিয়ে কলে,

হাফপ্যাণ্ট, কামিজ আৰু ভৰিত ৰবৰৰ বুটজোৰ পিন্ধি হাতত সৰু পানীকোটটো লৈ জড়ি বিলিৰ ওচৰ পালেহি।

"মই স্কুললৈ আহিলোঁদেই বিলি। গ্যাবেলিয়ান বাহিৰতে থাকিল।"

"—অ; অ' তুমি যোৱা।" জড়িৰ উৎকণ্ঠা দেখি বিলিয়ে হাঁহিলে।

বিলিয়ে হুঁহা দেখি জড়িৰ লাজ লাগিল। সি একো নামাতাকৈ স্কুলৰ ফালে খোজ দিলে। অলপ গৈয়ে উভটি চাই দেখে যে গ্যাবেলিয়ানে তাৰ ফালে চাই আছে।

জড়ি আগবাঢ়ি গ'ল। বাৰে বাৰে আকাশৰ পিনে মূৰ তুলি বতৰৰ মতি-গতি নিৰীক্ষণ কৰিব ধৰিলে। কিন্তু অলপমান মেঘৰো লেখ নাই। নীলা আকাশৰ ছাঁ পৰি যেন একা বেঁকা ৰাস্তা আৰু পাহাড়ৰ সিপাৰৰ দিগন্ত সেউজীয়া হৈ উঠিছে। জড়িয়ে দীঘল দীঘল খোজ দি সুহুৰিয়াই সুহুৰিয়াই যাব ধৰিলে।

স্কুলৰ পৰা ওলাই আহিয়ে অমঙ্গল আশঙ্কাত জড়িৰ অন্তৰ কঁপি উঠিল। ৰেলি মাৰ যোৱা নাই যদিও দিনৰ পোহৰ

একেবাৰে নাই। বিলিৰ কথা নকলিয়ালে। তুপৰীয়াই আকাশ ঢাকি ডাৱৰ হৈছে। তাৰ পিচতে ভীষণ বৰষুণ। এতিয়াও কলা ডাৱৰে আকাশ ঢাকি আছে।

বেঙ্কী বিঙ্কা দি ঠাণ্ডা বতাহে চকু বিন্ধিব ধৰিলে। মুখ ফাটি গ'ল। গছৰ পাতবোৰৰ মাজেদি টোপ-টোপ্ কৈ বৰষুণ পৰিব আৰম্ভ কৰিলে। কিন্তু জডিৰ একোলৈ ভ্ৰূক্ষেপ নাই। সি ঘৰৰ পিনে লৰি গ'ল।

টিলাৰ ওপৰত উঠি সি থমকি ৰ'ল। তাৰ ভাগৰুৱা খোজেৰে লাহে লাহে তলৰ ফালে নামিছে মাথোন। যিটো ভয় কৰিছিল, যিহৰ বাবে বিলিয়ে তাক হাঁহিছিল শেষত সেয়ে হলগৈ। গ্যাবেলিয়ান বৰষুণত তিতি সুৰ্‌সুৰীয়া হৈ গৈছে। কোনেয়ো তাক খুটাৰ পৰা ভিতৰত নি থোৱা নাই। জডি আকৌ লৰিব ধৰিলে। ঘৰ পায়েই সি পানীকোটটোৰ ওপৰত কিত্তাপ আৰু খোৱা বস্তুৰ টেমাটো দলিয়াই থৈ চট্ এখন তুলি ললে। গ্যাবেলিয়ানক আস্তাবলৰ ভিতৰলৈ নি সি তাৰ গোটেই শৰীৰটো চট্ খনেৰে ঘঁহিব ধৰিলে। ঘহোঁতে ঘহোঁতে যেনিবা গ্যাবেলিয়ানৰ শৰীটো অলপ গৰম হ'ল। তপত শৰীৰৰ পৰা অলপ অলপ ধোঁৱা ওলাব ধৰিলে, তাৰ গোটেই শৰীৰটো কঁপি উঠিল।

গধূলি কাৰ্ল আৰু বিলি ঘৰলৈ উভতিল। "উঃ! কি আপদীয়া বৰষুণ আৰু আৰম্ভ হ'ল।" কাৰ্লে বিৰক্তিৰ সুৰত কয়। "বেনহামচ্‌ৰ পৰা এইখিনি ওলাই আহিব নোৱাৰো।"

কার্লৰ কথা শেষ হোৱাত জডিয়ে বিলিক সুধিলে, "বিলি তুমি দেখোন কৈছিলা ৰবযুণ নহয় বুলি।" যেন ৰবযুণ হোৱাৰ বাবে সিয়েই দায়ী। "মই ঠিককৈ কব নোৱাৰিলো।" তাৰ সুৰত অপৰাধীৰ ভাব ফুটি উঠিল। "কেনে আছে বাৰু?"

"বৰকৈ তিতিছে। মই ভালকৈ গা ঘঁহি দিছো অৱশ্যে। গৰম দানাও খুৱাইছোঁ।

"ভালেই কৰিছা। অলপ তিতিলে একো নহয়।"

খোৱাৰ থালৰ পৰা সিজোৱা আলু এটা লৈ কার্লে কলে, "কি ঘেনুঘেনাই থাক জডি। ঘোৰা কিবা কোলাত উঠি থকা আদৰুৱা কুকুৰ নেকি যে অকণমান তিতিলেই মৰি যাব। ইমান আলসুৱা হোৱা ভাল নহয়।"

জডিয়ে নিমাতে খাব ধৰিলে। সি জানে পিতাইক এই দুর্বলতা সহিব নোৱাৰে। খোৱা শেষ কৰি বিলিয়ে কম্বল এখন লৈ আস্তাবললৈ গ'ল। জডি অৱশ্যে বিলিৰ পাচ এৰা নাই। গ্যাবেলিয়ানৰ প্ৰাণ স্পন্দনহীন হৈ পৰি আছে। বিলিয়ে আৰু এবাৰ গা ঘহি দিলে। নাকৰ ওপৰত হাত দি গাৰ উত্তাপ পৰীক্ষা কৰিলে আৰু তাৰ পাচত হাত, চকুৰপাতা, কান আদি চাই উঠি কতো অকণো ফাক নথকাকৈ তাৰ গাত কম্বলখন মেৰুৱাই দিলে।

জড়ি ঘৰলৈ অহাত মাকে তাৰ চুলিখোৰ ঠিককৈ দি তাক শুবলৈ কলে "ৰাতি নকন্দিবি সোণ। বিলিয়ে কম্বল ঠিককৈ দিব। জ্বাল দেখোঁ, তেওঁ নিজেই ঘোৰাৰ ডাক্তৰ। কালি

পুনৰা সকলো ঠিক হৈ যাব।” একো নামাতি জডি জুইৰ ওচৰত আঠুকাঢি বহিল। ‘ বহুত সময় মনে মনে কিবা প্ৰাৰ্থনা কৰিলে, আৰু শেষত শুব গ’ল।

জডিৰ টোপনী যেতিয়া ভাঙিল তেতিয়া খোৱাৰ ঘণ্টা বাজিছে। সি বিচনাৰ পৰা জাপ মাৰি উঠিল। খোৱা কোঠাৰ পিনে নগৈ সি আস্তাবলৰ পিনে খোজ ললে। মাকে এবাৰ মূৰ ডাঙি চাই হাঁহিলে মাথোন। একো নকলে। আস্তাবলৰ ওচৰলৈ আহি দেখে যিটো ভয় কৰিছিল শেষত সেয়ে হলগৈ। সি স্তব্ধ হৈ পৰিল। গ্যাবেলিয়ানে কান্দিছে। এটা দুৰ্বহ কষ্টত তাৰ মনটো অৱশ হৈ গল।

বিলিয়ে গ্যাবেলিয়ানৰ গা ঘঁহি দি আছিল। জডিয়ে ঠিয় হৈ তাৰ অৱস্থা ভালকৈ চালে। চকু দুটা কেজেৰে ভৰি গৈছে। কাণ দুখন ওলমি পৰিছে। মূৰটো হালি আছিছে। জডিয়ে তাৰ মূৰত হাত ফুৰালে, কিন্তু সি মূৰ দুতুলিলে বা কাণ জোকাৰি কৃতজ্ঞতা প্ৰকাশ নকৰিলে।

“অসুখ খুব বেচি হৈছে ?” ভয় ভয়কৈ জডিয়ে সুধিলে।

“অলপ ঠাণ্ডা লাগিছে।”

“মই আজি স্কুললৈ নাযাওঁ। ইয়াৰ ওচৰতে থাকিম।”

“নাই নালাগে। আজি মই থাকিম তুমি স্কুললৈ যোৱা। কাইলৈ শনিবাৰ তুমি কালি থাকিবা।”

"তুমি অইন কামলৈ যোৱা যদি।" জড়ি অস্থিৰ হৈ উঠিল।

"নাই অ'জি মোৰ একো কাম নাই। আজি মই থাকোঁ। তুমি স্কুললৈ যোৱা।" বিলিয়ে দাবি দিয়াৰ দৰে কলে।

অস্থিৰ ভাবে জড়ি ঘৰলৈ উভটিল। খোৱা বস্তু একেবাৰে বৰফ যেন হৈ পৰিছে। খাব খুজিলে দাত শিৰ্ শিৰাই উঠে। জড়ি হলে সেইবোৰ একো চিন্তা কৰিবৰ অৱশ্যকে পোৱা নাই। সেই খোৱা বস্তুকে খাই, খোৱা বস্তুৰ টেমাটো আৰু কিতাপ কাগজ হাতত লৈ স্কুললৈ যাব ওলাল। মাক তাৰ লগত বাহিৰলৈ ওলাই আহি কলে, "জড়ি, নাভাবিবি। বিলিয়ে তাক গোটেই দিনটো চাব।"

স্কুলত জড়ি পঢ়াত মন দিব নোৱাৰিলে। ঘড়িৰ কাটা যে ইমান লাহে লাহে চলে ভাবি তাৰ অসহ্য লাগি গ'ল। শেষত পূবৰ বেলি পশ্চিমৰ ফালে গতি ললে। লাহে লাহে বেলি নেদেখা হৈ পৰিল। সি ঘৰৰ পিনে খোজ দিলে। যিটো টিলাই বেলিৰ উজ্জল পোহৰ আঁৰ কৈ ৰাখিছিল সেই টিলাটো সি পাৰ হ'ল।

ঘৰত আহি দেখে যে গ্যাবেলিয়ানৰ অৱস্থা আৰু বেয়া হৈছে। চকু মুদ খাই গৈছে, মূৰ একেবাৰে তুলিব নোৱাৰে, চুলিবোৰ বিশৃঙ্খল হৈ আছে। সেইবোৰৰ কোমলতা সম্পূৰ্ণৰূপে লোপ পাইছে। মাজে মাজে বৰ কষ্টেৰে একোটা হাচি মাৰিছে। বিলি লাহে লাহে তাৰ গা ধৰি আছিল।

"বিলি, সি নাবাচিব নেকি" ? জডিৰ মাত কঁপি উঠিছিল ।

একো উত্তৰ নিদি বিলিয়ে সোঁহাতৰ আঙুলীটো গ্যাবেলিয়ানৰ ডিঙিৰ তলৰ এটুকুৰা ঠাইত দি কলে, "ইয়াত হাত দিয়া ।"

জডিয়ে হাত দি চাই দেখে যে বগৰিৰ গুটিৰ দৰে কিবা এটা হৈছে । বিলিৰ পিনে চোৱাত তেওঁ কলে, "সেইটো পকিলে মই কাটি দিম । পূজ সোপা ওলাই গলে গ্যাবেলিয়ান ভাল হব ।"

"কি অসুখ হৈছেনো বিলি ?"

বিলিয়ে একো উত্তৰ নিদিলে : হয়তো অনাৱশ্যক বুলি ভাবি । তেওঁ মাথোন কলে, "মই গৰম পানীৰ সেক দিম । তুমি সহায় কৰিবা নেকি ?"

"কৰিম ।"

বিলিয়ে একো নামাতাকৈ বান্ধনী ঘৰৰ পিনে খোজ ললে । গৰম পানীৰ সেক দিয়াৰ পিচত গ্যাবেলিয়ানে চকু মেলি চালে । সি এতিয়া যেন অলপ ভাল পাইছে এনে অনুমান হ'ল ।

আন্ধাৰ হোৱাৰ অলপ পাচতে জডি বিলিৰ লগত ঘৰলৈ আহিল । কুকুৰা খোৱা ঘৰবোৰ কেতিয়া পাৰহৈ আহিল তাৰ মনতে নেখেলালে । সি পাহৰি গৈছে আজি মুৰগীবোৰক খুউৱা নাই, খেৰ পাৰি দিয়া নাই আনকি দুৱাৰো বন্ধ কৰা নাই । খোৱাৰ সময়ত কাৰ্যে একো নকলে । বিলিয়ে খাই বৈ উঠি দুখন কম্বল লৈ গ্যাবেলিয়ানৰ ওচৰত শুবলৈ

গ'ল। মাকে উঠি জুইকুৰা এবাৰ ভাল কৰি দিলে। জডিয়ে এবাৰ ৰিলিক কৈছিল যে সি বিলিৰ লগতে খাই গ্যাবেলিয়ানৰ ওচৰত শুব। বিলি মান্তি নহ'ল। উত্তৰ দিলে, "একো দৰকাৰ নাই।"

কার্লে হঠাতে ফুচুৰি কথা কব আৰম্ভ কৰিলে। কিন্তু সেইবোৰ একোয়ে জডিৰ মনত ভাল নালাগিল। পুতেকৰ মানসিক অৱস্থা বুজিব পাৰি কার্ল শুব গুছি গ'ল।

লেম্প এটা হাতত লৈ জডি আকৌ এবাৰ আস্তাবলৰ ফালে গতি কৰিলে। গৈ দেখে যে শুকান খেৰৰ বিচনাত বিলি টোপনি গৈছে। বিলিক নজগোৱাকৈ সি গ্যাবেলিয়াৰ গাত হাত ফুৰাব ধৰিলে। গ্যাবিলিয়ানে চকু মেলি তাৰ ফালে চালে। আনন্দতে জডিৰ মন নাচি উঠিল। তেনেহলে গ্যাবেলিয়ান ভালে আছে। হাতত লেম্পটো লৈ অন্ধকাৰৰ মাজেদি ক্ষীণ পোহৰ পেলাই ঘৰলৈ উভটিল।

জডি শুৱাৰ পিচত মাকে কোঠাত সোমাই জডিৰ মূখত হাত ফুৰাই দি কলে, "জডি, ডাঠ কম্বলখন লৈছ? আজি ভীষণ জাৰ পৰিছে।"

"লৈছোঁ মা।"

"ভালকৈ শো। গ্যাবেলিয়ান আজি বহুত ভালে আছে। কালি পুৱালৈ ভাল হৈ যাব।"

জডিয়ে একো নামাতি দুই হাতেৰে তাৰ মুখত থকা মাকৰ হাতখন চেপি ধৰিলে। মাকে হাঁহি তাৰ কপালত চুমা এটা খাই লেম্পটো নুমাই দি গুচি গল।

টিং টিং টিং। খোৱাৰ ঘণ্টা বাজিছে। জডিৰ টোপনী ভাঙিল। ইমান জাৰ! সি ইমান শুইছে! এণ্ডামুৰী এটা মাৰি উঠি বহিল। খোৱাৰ কোঠালৈ ইতিমধ্যে বিলি আহিছেই।

"কি খবৰ বিলি।"

"ভালেই।" বিলিয়ে এমোকোৰা খোৱা, গিলি উঠি কলে, "ডিঙিৰ অপাৰেচন এতিয়াই কৰিম। তেতিয়া হলে ভাল হৈ যাব।"

খোৱা শেষ হলত বিলিয়ে আটাইতকৈ চোকা চুৰীখন উলিয়াই ললে। চুৰীখন ক্ষুৰৰ দৰে ধাৰাল কৰি জডিক কলে, "তুমি মোৰ লগত ব'লা।"

বাটত যাওঁতে জডিৰ চকুত পৰিল, বৰষুণৰ পানী পৰি নতুন বন ওলাইছে। চাৰিওফালৰ পানীত এটা ভিতা বনৰীয়া গোন্ধ।

আস্তাবলত উপস্থিত হৈ জডিয়ে দেখিলে যে গ্যাবেলিয়ান একেদৰেই আছে। চকু দুটা কেতেবে ভৰা, মূৰটো একেবাৰে ওলমি পৰা আৰু উশাহৰ লগত এটা ঘৰ্ ঘৰীয়া শব্দ। বিলিয়ে হালিপৰা মূৰটো বাওঁ হাতেৰে তুলি ধৰি তৎক্ষণাত চুৰীৰে ফোঁহাটো ফালি দিলে। অলপমান হালধীয়া পূজ আৰু তেজ ওলাল। কাৰ্বলিক লোচন সনা তুলাৰে খাটুকুৰা বান্ধি দিলে।

"এতিয়া আৰু ভাবিবৰ একো নাই। পূজ ওলাই গৈছে যেতিয়া ভাল হৈ যাব।" চুৰিখন পৰিষ্কাৰ কৰি বিলিয়ে কয়।

"ওঁ!" জড়ি মনে মনে ঠিয় হৈ থাকিল। বিলিৰ কথাত বোধহয় সি একো উৎসাহ নাপালে।

বিলি অইন কামলৈ গ'ল। জড়িয়ে ঠিয় হৈ গ্যাবলিয়ান চাব ধৰিলে। ফোহাঁটো কাটাৰ আগতে যেনেকৈ মূৰটো তল কৰি ঠিয় হৈ আছিল এতিয়াও ঠিক একেদৰেই আছে। উশাহ পেলাওতে আগৰ দৰেই ঘৰ্ঘৰীয়া শব্দ। জড়ি আগবাঢ়ি গ'ল। গ্যাবেলিয়ানৰ কানৰ কাষত লাহে লাহে পাৰি দিলে। আগৰ দৰে সি স্ফূৰ্ত্তিত কান দুখন টান কৰি মূৰ নুতুলিলে।

বিলি ঘূৰি আহিল। "কেনেকুৱা হৈছে জড়ি?"

"ভাল নহয়।" সংক্ষিপ্ত উত্তৰ।

বিলিয়ে অলপ সময় ঠিয় হৈ থাকি কলে, "নিউমোনিয়া হোৱা যেন লাগিছে।"

"নিউমোনিয়া!" কাতৰ সুৰত জড়িয়ে কলে, "সি নাবাচিব নেকি বিলি?"

আগৰ দৰে নিৰ্লিপ্ত উত্তৰ নিদি বিলিয়ে এইবাৰ কলে, "চোৱা যাওক।"

আৰু এবাৰ গৰম পানীৰ সেক দিয়া হ'ল। সেক দিয়াৰ সময়খিনি গ্যাবেলিয়ানে অলপ ভাল পায়। ডিঙিৰ ঘৰ্ঘৰনী নোহোৱা হয় যদিও মূৰ তুলিব নোৱাৰে। শনি বাৰৰ দিনটো এইদৰেই পাৰ হৈ গ'ল। সন্ধ্যাৰ অলপ আগতে জড়িয়ে ঘৰৰ পৰা তাৰ বিছনা খন আনি দলে। আগদিনা

ৰাতি বিলি য'ত শুইছিল তাতে খেৰ পাৰি বিছনাখন পাৰি ললে। ইয়াৰ বাবে সি আজি আৰু মাক ৰাপেকৰ অনুমতি নললে। ৰাতিপুৱা খোৱাৰ সময়ত মাকৰ মুখ দেখি সি বুজিছিল আজি তাৰ কথাত মাকে হকা-বাধা নকৰে।

লেম্প এটা জ্বলি আছিল। বিলি যোৱাৰ সময়ত বিছনাখন ভালকৈ পাৰি দি কৈ গ'ল, "মাজে মাজে গা খঁহি দিবা।"

ৰাতি নটা বজাত বতাহ আৰম্ভ হ'ল। দুৰন্ত শিশুৰ দৰে বতাহ যেন ভৰাল ঘৰৰ কাষে পাজাৰে জপিয়াই ফুৰিব ধৰিলে। অলপ সময়ৰ ভিতৰতে জডিৰ টোপনি আহিল। গোটেই দিনৰ উদ্বেগ আৰু ভাগৰে যেন চকুত আহি আগুৰি ধৰিলে।

খিলি খোলাৰ শব্দত তাৰ টোপনী ভাঙি গ'ল। ধৰ-মৰাই বিছনাৰ পৰা উঠি দেখে যে আস্তাবলৰ দুৱাৰ খোলা আৰু গ্যাবেলিয়ান ঘৰৰ ভিতৰত নাই। বাহিৰত ভীষণ বতাহ। লেম্পটো তুলি লৈ ঠাণ্ডা সো সো কৰে শৰীৰ উঠা বতাহৰ মাজেৰে জডি আগবাঢ়িল; বেচি দূৰ যাবৰ প্ৰয়োজন নহ'ল। এডাল গছৰ তলত জলমূৰকৈ গ্যাবেলিয়ান কঁপিছে। ডিডিৰ চুলিত ধৰি তাক আস্তাবললৈ লৈ আহিল। বাকী খিনি ৰাতি সি উজাগেৰে কটালে। প্ৰত্যেক মুহূৰ্ততে বহি বহি গ্যাবলিয়ানক চাব ধৰিলে। জডিৰ বুজিবৰ বাকী নাথাকিল যে তাৰ অৱস্থা লাহে লাহে বেয়াৰ পিনে গতি কৰিছে।

পুনৰাৰ পোহৰ দেখা দিয়াৰ লগে লগে বিলিক দেখি জডি স্বস্তিৰ নিশ্বাঁস পেলালে। বিলিয়ে বহুত সময় গ্যাবেলিয়ানক নিৰিক্ষণ কৰি কলে "জডি, তুমি এতিয়া ঘৰলৈ যোৱা।"

"কিয় ?"

"মই এতিয়া কি কৰিম তুমি নোচোৱাই ভাল।" অজ্ঞানিত আশঙ্কাত জডিৰ বুকু কপি উঠিল। পিচে মূহুৰ্ত্তে চিঞৰি উঠিল, "বিলি, বিলি, তুমি তাক গুলি কৰিবা নেকি ?"

"নহয়, সি যাতে উশাহ লওঁতে কষ্ট নাপায় সেইবাবে তাৰ ডিঙিৰ নলীত এটা ফুটাহে কৰি দিম।" জডিক সাবটি ধৰি বিলিয়ে আশ্বাস দিয়ে।

জডি হলে নগ'ল। বিলিৰ তীক্ষ্ম চুৰী খনে গ্যাবেলিয়ানৰ বগা চামৰা ভেদ কৰা সি ঠিয় হৈ চাই থাকিল। চুৰীখন, বিলিৰ হাত আৰু চোলাৰ হাতখন তেজেৰে ভিজি গ'ল। গ্যাবেলিয়ানে ফুটা কঁৰোতে তুবাৰো বাধা দিবৰ চেষ্টা কৰিছিল কিন্তু তাৰ দুৰ্বল দেহেৰে বাধা দিব সমৰ্থ নহ'ল।

এটা ঘূৰণীয়া ফুটা হল। সি উশাহ ললে। এছোলোকা কাচা গৰম তেজে বিলিৰ হাতখন আকৌ এবাৰ তিয়াই দিলে। সেই ফুটাটোৰে গ্যাবেলিয়ানে শক্তি গোটাই সম্মুখৰ ভৰি দুখনেৰে ঠিয় হবৰ ব্যৰ্থ চেষ্টা কৰিলে।

জডি আগুৱাই আহি তাৰ ডিঙিত ধৰি মূৰটো নমাই দিলে। লবালৰিকৈ বিলিয়ে অলপ কাৰ্বলিক লোচন ধাঁ

টুকুৰাত সানি দিলে। তেজ বন্ধ হ'ল। গ্যাবেলিয়ানে সেই ফুটাটোৰে আৰামেৰে উশাহ লব ধৰিলে। কিন্‌কিনাই ৰবযুণ দিব ধৰোঁতেই খাবলৈ আহ্বান কৰা ঘণ্টা শুনা গ'ল। বিলিৰ হাত পৰিস্কাৰ কৰা হৈ গৈছিল। তেওঁ কলে, "জডি তুমি খাই আহা, মই পিচত যাম। ফুটাটো এতিয়া অনবৰত পৰিস্কাৰ কৰিব লাগিব নহলে বন্ধ হৈ যাব পাৰে।"

জডি আস্তাবলৰ বাহিৰলৈ আহিল। সংশয়ত তাৰ মনটো কঁপি উঠিছিল। তাৰ পাচত খোৱা কোঠাৰ ফালে গ'ল। সি সাহ কৰি বিলিক কৈ আহিব নোৱাৰিলে যে গ্যাবেলিয়ান যোৱা ৰাতি বাহিৰলৈ ওলাই গৈছিল। সি নিজেই আগ্ৰহ কৰি বিলিক যোৱা ৰাতি আস্তাবলত শুব নিদি নিজে শুইছে।

খোৱা শেষ হ'লত মাকে তাক শুকান কানি-কাপোৰ পিন্ধাই কলে, "দানা অলপ গৰম কৰি দিম ?"

"নালাগে সি খাব নোৱাৰা হৈছে"। কৈয়ে সি দৌৰি বাহিৰলৈ গ'ল।

আস্তাবলত বিলিয়ে খৰিকাৰ আগত তুলা মেৰাই লৈ গাঁতটো কেনেকৈ পৰিস্কাৰ কৰিব লাগে দেখুৱাই দিব ধৰোতেই কাৰ্ল আহি উপস্থিত হ'ল।

অলপ সময় চাই কাৰ্লে কলে, "মই মলিনাচলৈ যাওঁ। মোৰ লগত তুমিও যাব লাগিব জডি।"

"নাযাওঁ।" মুখ জোকাৰে সি।

"নাযাওঁ! নাযাওঁ মানে? তই এইবোৰৰ মাজত থাকিব

নোৱাৰ। বল মোৰ লগত।" কাৰ্লৰ মুখ কঠোৰ হৈ উঠিল।

"কিয় তাক তুমি মিছাতে দিগদাৰি দিয়া। তাৰ ঘৰৰ লগত সি নাথাকি আমি থাকিম নে?" বিলিয়ে কাৰ্লক দাবি দিয়াৰ দৰে কলে। কাৰ্লে আৰু একো নকৈ গুছি গ'ল।

দুপৰীয়া বিশেষ একো পৰিবৰ্ত্তন দেখা নিদিলে। বৰষুণ এৰিছে। লাহে লাহে বতাহ বলিব ধৰিলে। আকাশখন নিৰ্ম্মল নীলা ৰহণেৰে হাঁহি উঠিল। এচেৰেঙা ৰ'দো উঠিল। সেই সোণালী পোহৰত ফ্ৰাচ চৰাইবোৰে গুঞ্জন কৰিছে মুহূৰ্ত্ততে গোটেই পৰিবেশ সলনি হৈ গ'ল।

গাঁতটো পৰিষ্কাৰ কৰি থাকোতে এবাৰ জুডি উচপ খাই উঠিল। তাৰ হাতৰ পৰা তুলা মেৰোৱা খৰিকা ডাল সৰি পৰিল। গ্যাবেলিয়ানৰ গাৰ নোমবোৰত মসৃনতা আৰু উজ্জলতা নোহোৱা হৈ গৈছে। সি নাবাচে। জুডিৰ মুখখন শেঁতা পৰি গল। ইয়াৰ আগতেও সি কুকুৰ আৰু গৰু মৰাৰ সময়ত নোমবোৰ এনেকৈ বিবৰ্ণ হৈ শিয়ৰি উঠা দেখা পাইছে।

সন্ধ্যাৰ আগে আগে মাক আস্তাবললৈ আহিল। আজি দুপৰীয়া জুডিয়ে খাবকে যোৱা নাই। তেওঁ একো নকৈ জুডিৰ হাতৰ পৰা তুলা লগোৱা খৰিকাডাল কাঢ়ি নিলে আৰু শাকৰ গৰম এক প্লেট জোল আৰু ডাঙৰ ৰুটি চুটুকুৰা আগত্ত ধৰিলে। মাকৰ মুখৰ ফালে চাই নিশব্দে

জ্যুডিয়ে সেই কিনি খালে। মায়েকে জড়িব চুলিত হাত ফুৰাই গুচি গল।

ৰাতিৰ আন্ধাৰ নামি আহিল। বিলিয়ে আহি নতুন লেম্প এটাৰ ব্যৱস্থা কৰিলে আৰু অলপ সময় ঠিয় হৈ গ্যাবেলিয়ানৰ অৱস্থা চাই আস্তাবলৰ দুৱাৰ নীৰৱে বন্ধ কৰি থলাই গুচি গল।

আন্ধাৰ ডাঠ হৈ অহাৰ লগে লগে বতাহৰো সোসোৱনি শব্দ বাঢ়িল। সেই আন্ধাৰ আৰু দুৰন্ত বতাহৰ শব্দ ভেদ কৰিও ফেচা চৰাইৰ মাত ভাহি আহিছে। নিগনি কেইটামানে আস্তাবললৈ আহি মানুহ আৰু পোহৰ দেখি উলটি গল।

দিনৰ পোহৰে গোটেই আস্তাবলটো উজ্জলাই তোলাত জডিৰ টোপনি ভাঙিল। বিছনাৰ ওপৰত উঠিয়েই সি দেখিলে দুৱাৰ খোলা— গ্যাবেলিয়ান নাই। বিছনাৰ পৰা জপিয়াই উঠিল সি। দিনৰ প্ৰখৰ পোহৰলৈ লৰি আহিল। সেউজীয়া বনৰ ওপৰত মুক্তাৰ দৰে নিয়ৰবোৰ জ্বলি আছে। তাৰ ওপৰতেই গ্যাবেলিয়ানৰ বন্ধোৱা খুৰাৰ দাগবোৰ। সেই চিহ্ন চাই চাই জডি দৌৰিব ধৰিলে। দূৰৈৰ টিলাটোৰ পিনে দাগবোৰ অকাই পকাই গৈছে। হঠাতে কিহবাৰ ছাঁ পৰিল। পোহৰ ঢাক খাই যোৱা যেন হল। ওপৰৰ পিনে মূৰ তুলি দেখে এজাক শগুন উৰিব ধৰিছে। জডি ঠিয় হল। শগুণবোৰে সন্মুখৰ টিলাটোৰ কাষতে নামিব ধৰিছে।

গভীৰ বেদনাত, আকুল উদ্বিগ্নতাত জড়িৰ অন্তৰ ভৰি পৰি গ'ল। এটা দীঘল উশাহ লৈ সি আকৌ দৌৰিব ধৰিলে। টিলাটোৰ ওপৰলৈ উঠি গ'ল আৰু তাৰপৰা বহল দৃষ্টি মেলি সি স্তব্ধ হৈ ঠিয় দিলে।

সেই খিনিতে বৰ ঘন জোপোগা এটা। তাৰ মাজতে এটুকুৰা খালি ঠাইত গ্যাবেলিয়'ন শুই আছে আৰু মাজে মাজে ভৰি আচুৰিছে। তাক মাজতলৈ শগুনজাকে বেঢ়ি ধৰি আছে। সিহঁতে জানে মৃত্যুৰ আৰু পলম নাই।

কাইট বন পাৰ হৈ জড়ি নামিব ধৰিলে। তিতা মাটিত ভৰি বহি যায়। কাইট আৰু গছৰ ডালপাত লাগি গোটেই গা ক্ষত বিক্ষত হৈ উঠিল। জড়ি নামিল কিন্তু সময় তেনেই ওচৰ চাপিছে। এটা শগুনে গ্যাবেলিয়ানৰ মূৰৰ ওপৰত বহি তাৰ তীক্ষ্ণ ঠোঁটেৰে চকু দুটা উলিয়াই নিছে। ঠোঁটৰ পৰা বগা তপত তেজ বৈ পৰিছে।

বনৰীয়া ম'হৰ দৰে গৰ্জি উঠি জড়িয়ে শগুণজাকৰ ওপৰত জপিয়াই পৰিল। আকাশ কলা কৰি শগুণজাক উৰি গ'ল; কিন্তু জাকৰ নেতাটোৰ ডিঙি জড়িৰ কঠিন আঙুলীৰ বন্ধনৰ মাজত আটক হৈ ৰ'ল। নেতা শগুনটোই জোৰেৰে জড়িৰ ওপৰত পাখিৰে কোবাব ধৰিলে। জড়িৰ মুখ এৰি যোৱা যেন হ'ল কিন্তু ভয় খাই সি হাতৰ মুঠি ঢিলা নকৰিলে। অইনখন হাতেৰে পাখা এখনত ধৰিলে আৰু তাৰপাচত জীয়ামানুহ আৰু শগুণৰ যুদ্ধ চলিল।

শগুনৰ তেজৰ দৰে ৰঙা ভয়হীন চকু দুটা আৰু ৰঙা হৈ উঠি ভয়ালু কৰি তুলিলে। জডিৰ বাহুতো যেন অসীম শক্তি আহি গোট খালে। শগুণে মানুহৰ মুঠিৰ পৰা পলাব চেষ্টা কৰিছে আৰু মানুহে সেই মুঠিৰ ভিতৰতে তাক প্ৰাণহীন কৰিবলৈ সমষ্ট শক্তি নিয়োগিত কৰিছে। শগুনৰ ধাৰাল নখৰ আক্ৰমনত জডিৰ শৰীৰ ক্ষত বিক্ষত হ'ল, কিন্তু তথাপি সি তাৰ হাতৰ মুঠি ঢিলা কৰা নাই। মুঠি যেতিয়া ঢিলা হ'ল, তেতিয়া সেই কলা কুৎসিত দেহটো তেজৰ ৰাঙলী মাংস পিণ্ড এটালৈ ৰূপান্তৰিত হৈছে। সেইটোৰ ওপৰত ঘৃণা খণ্ড আৰু আক্ৰোশত সি লঠিয়াব ধৰিলে।

তাৰ জ্ঞান ফিৰি আহিল বিলিবাকৰ বাহুৰ মাজত সোমায়। তাৰ গোটেই শৰীৰটোই প্ৰচণ্ড ভাবে কঁপিছে। কাৰ্লে জেপৰ পৰা চিল্কৰ ৰুমালখন উলিয়াই মুখৰ তেজ মছি দিলে। জডি তেতিয়া শ্ৰান্ত অবসন্ন, নিশ্চল, তাৰ সমস্ত শক্তি শেষ হৈ গৈছে। কাৰ্লে ভৰিৰ জোতাৰ আগেৰে শগুনটোৰ গাত এটা লাঠি মাৰিলে। জডিৰ ফালে চাই কলে, "জডি, শগুনটোৱে কিন্তু তোমাৰ গ্যাব্ৰেলিয়ানক মাৰা নাই।"

"জানো।" জডিয়ে বিষাদৰ সুৰত উত্তৰ দিলে। বিলিয়ে কিন্তু ... কৰি উঠিল। দুই হাতেৰে তেওঁ জডিক কোলাত তুলি ললে আৰু কাৰ্লৰ মুখৰ ফালে চাই চকুৰে অগ্নি বৃষ্টি কৰি চিঞৰি উঠিল, "অ! অ! জডিয়ে জানে। ভালকৈ

জানে। কিন্তু ভগৱানৰ শপত, তুমি বুজা নাইনে শগুনটোৱে গ্যাবেলিয়ানৰ চকু খোৱা নাই, খাইছে জড়িৰ।”

ঘৰৰ ফালে দৌৰি গ'ল বিলি। কোলাত ভেতিয়া জড়ি ফেকুৰি উঠিছে।

---

